# দাদা ভগৱানৰ আত্মবিজ্ঞান

## জ্ঞান পৰিচয় পুস্তিকা



মই কোন?

এড্জষ্ট এভ্ৰীবিহেয়াৰ্

সংঘাত এৰিচলক

যি হ'ল সেইটোৱেই ন্যায়

যিয়ে ভোগিছে তেওঁৰ ভুল

# দাদা ভগৱানৰ আত্মবিজ্ঞান

**‘মই কোন?’ আৰু দাদা ভগৱানৰ চাৰিটা সোণালী সূত্ৰৰ সংক্ষিপ্ত পৰিচয় দিয়া পুস্তিকা**


| | | |
|---|---|---|
| প্ৰকাশক | ঃ | মহাবিদেহ ফাউণ্ডেশ্বন, আহমদাবাদ, গুজৰাত.<br>ফোন - (০৭৯) ২৭৫৪০৪০৮, ২৭৫৪৩৯৭৯ |
| ভাবমূল্য | ঃ | ‘পৰম বিনয়’ আৰু ‘মই একো নাজানো’, এই ভাব। |
| দ্ৰব্য মূল্য | ঃ | ১০ টকা। |
| সম্পৰ্ক সূত্ৰ | ঃ | দাদা ভগৱান পৰিবাৰ, ত্ৰিমন্দিৰ,<br>সীমন্ধৰ চিটি, আহমদাবাদ - কলোল হাই-ৱে, |
| পোষ্ট | ঃ | অডালজ, জিলা - গান্ধীনগৰ, গুজৰাত - ৩৮২৪২১ |
| ফোন | ঃ | (০৭৯) ৩৯৮৩০১০০<br>E-mail : info@dadabhagwan.org<br>www.dadabhagwan.org |

## দাদা ভগৱান কোন?

জুন ১৯৫৮ ৰ এটা সন্ধ্যাৰ আনুমানিক ছয় বজাৰ সময়, ভিৰৰে ভৰ্ত্তি সূৰত চহৰৰ ৰেল্‌ৱেষ্টেশ্বন্ , প্লেটফৰ্ম নং ৩ ৰ বেঞ্চত বহি থকা শ্ৰী আম্বালাল মূলজীভাই পটেলৰূপী দেহমন্দিৰত কুদৰতী ৰূপত, অক্ৰমৰূপে, বহুজন্মৰ পৰা ব্যক্ত হ'বৰ কাৰণে আতুৰ 'দাদা ভগৱান' পূৰ্ণৰূপে প্ৰকট হ'ল। আৰু প্ৰকৃতিয়ে সুসজ্জিত কৰিলে আধ্যাত্মৰ অদ্ভুত আশ্চৰ্য্য। এক ঘন্টাত তেখেতৰ বিশ্বদৰ্শন হ'ল। 'মই কোন? ভগৱান কোন? জগত কোনে চলায়? কৰ্ম কি? মুক্তি কি?' ইত্যাদি জগতৰ সমস্ত আধ্যাত্মিক প্ৰশ্নৰ সম্পূৰ্ণ ৰহস্য প্ৰকট হ'ল। এনেকৈ প্ৰকৃতিয়ে বিশ্বৰ সন্মুখত এক অদ্বিতীয় পূৰ্ণ দৰ্শন প্ৰস্তুত কৰিলে আৰু তাৰ মাধ্যম হ'ল শ্ৰী এ.এম.পটেল, গুজৰাতৰ ভাদৰণ গাঁৱৰ পাটীদাৰ, কান্ট্ৰেক্টৰ ব্যৱসায় কৰোঁতা, পিচতো সম্পূৰ্ণভাবে বীতৰাগ পুৰুষ!

তেখেতৰ প্ৰাপ্তি হৈছিল, তেনেকৈ কেৱল দুই ঘন্টাতে অন্য মুমুক্ষু সকলোকো আত্মজ্ঞানৰ প্ৰাপ্তি কৰোৱাইছিল, তেখেতৰ অদ্ভুত সিদ্ধ হোৱা জ্ঞানপ্ৰয়োগ দ্বাৰা। তাক 'অক্ৰম মাৰ্গ' কোৱা হয়। অক্ৰম অৰ্থাৎ বিনা ক্ৰমৰ, লিফ্‌ট মাৰ্গ, শৰ্টকট! আৰু ক্ৰম অৰ্থাৎ চিৰিৰ পিচত চিৰি, ক্ৰমানুসাৰে ওপৰলৈ উঠা।

তেখেতে স্বয়ং প্ৰত্যেকক 'দাদা ভগৱান কোন?' ৰ ৰহস্য জনাই কৈছিল যে "এই যি আপুনি দেখিছে, তেওঁ দাদা ভগৱান নহয়, তেওঁ তো 'এ.এম.পটেল' হয়। মই জ্ঞানী পুৰুষ হওঁ আৰু ভিতৰত প্ৰকট হোৱাজন, তেওঁ 'দাদা ভগৱান' হয়। দাদা ভগৱান তো চৈধ্য লোকৰ নাথ হয়। তেওঁ আপোনাৰ ভিতৰতো আছে, প্ৰত্যেকৰে ভিতৰত আছে। আপোনাৰ ভিতৰত অব্যক্ত ৰূপত আছে আৰু 'ইয়াত' মোৰ ভিতৰত সম্পূৰ্ণৰূপে ব্যক্ত হৈছে। দাদা ভগাৱনক মইও নমস্কাৰ কৰোঁ।"

## আত্মজ্ঞান প্ৰাপ্তিৰ প্ৰত্যক্ষ লিঙ্ক

পৰম পূজনীয় দাদাশ্ৰীয়ে নিজৰ জীৱনকালতে পূজনীয় ডাঁ. নীৰুবহন অমীন (নীৰুমাঁ) ক অন্যমুমুক্ষুক আত্মজ্ঞান দিয়াৰ জ্ঞানসিদ্ধি প্ৰদান কৰিছিল। দাদাশ্ৰীৰ দেহবিলয়ৰ পাচত নীৰুমাঁ তেনেকৈ মুমুক্ষুলোকক সৎসঙ্গ আৰু আত্মজ্ঞানৰ প্ৰাপ্তি নিমিত্ত ভাবেৰে কৰাইছিল। পূজ্য দীপকভাই দেসাইক দাদাশ্ৰীয়ে সৎসঙ্গ কৰাৰ সিদ্ধি প্ৰদান কৰিছিল। নীৰুমাঁৰ উপস্থিতিতে তেওঁৰ আশীৰ্বাদত দেশ-বিদেশত বহু ঠাইত যায় মুমুক্ষুসকলক আত্মজ্ঞান প্ৰাপ্ত কৰাইছিল, যি নীৰুমাঁৰ দেহবিলয়ৰ পিচতো চলি আছে। এই আত্মজ্ঞান প্ৰাপ্তিৰ পিচত হেজাৰো মুমুক্ষু সাংসাৰিক আৰু পাৰিবাৰিক দায়িত্ব পালন কৰিও মুক্ত অৱস্থাত থাকি আত্মৰমণতাৰ অনুভৱ কৰিছে।

# মই কোন ?

## ভিন্ন, নাম আৰু 'নিজে'

দাদাশ্ৰী ঃ কি নাম আপোনাৰ ?

প্ৰশ্নকৰ্তা ঃ মোৰ নাম চন্দুলাল* ।

দাদাশ্ৰী ঃ সঁচাকৈ আপুনি চন্দুলাল হয় নে ?

প্ৰশ্নকৰ্তা ঃ হয়।

দাদাশ্ৰী ঃ চন্দুলাল তো আপোনাৰ নাম হয়। চন্দুলাল আপোনাৰ নাম নহয় নে? আপুনি 'নিজে' চন্দুলাল হয় নে আপোনাৰ নাম চন্দুলাল ?

প্ৰশ্নকৰ্তা ঃ সেইটো তো নাম হয়।

দাদাশ্ৰী ঃ হয়, তেনেহ'লে আকৌ 'আপুনি' কোন ? যদি চন্দুলাল আপোনাৰ নাম হয় তো আপুনি কোন হয়? আপোনাৰ 'নাম' আৰু 'আপুনি' বেলেগ নহয় নে ? 'আপুনি' নামৰ পৰা বেলেগ হয় তেনেহ'লে 'আপুনি' (নিজে) কোন হয়? এইটো কথা আপুনি বুজিব পাৰিছে নহয়, যে মই কি ক'ব বিচাৰিছোঁ? 'এইজোৰ মোৰ চশ্মা' কোৱাত তেন্তে চশ্মা আৰু আপুনি বেলেগ হয়, নে নহয় ? এনেকৈ আপুনি (নিজে) নামৰ পৰা বেলেগ হয়, এনেকুৱা এতিয়া লগা নাই নে ?

যেনেকৈ দোকানৰ নাম ৰাখে 'জনৰল ট্ৰেডৰ্স', তো সেইটো কোনো গুনাহ (দোষ, পাপ, অপৰাধ) নহয়। কিন্তু তাৰ মালিকক আমি কওঁ যে 'এ ! জনৰল ট্ৰেডৰ্স, ইয়াত আহা।' তেতিয়া মালিকে কি কয় যে 'মোৰ নাম তো জয়ন্তীলাল আৰু জনৰল ট্ৰেডৰ্স তো মোৰ দোকানৰ নাম।' অৰ্থাৎ দোকানৰ নাম বেলেগ আৰু মালিক তাৰপৰা বেলেগ, বয়-বস্তু বেলেগ , সকলো বেলেগ-বেলেগ হয় নে ? আপোনাৰ কি লাগিছে ?

প্ৰশ্নকৰ্তা ঃ সঁচা ।

* চন্দুলালৰ ঠাইত পঢ়োতাই নিজৰ নাম বুজিব ।

দাদাশ্ৰী ঃ কিন্তু ইয়াত হ'লে, 'নহয়, মইয়ে চন্দুলাল হওঁ' এনেকৈ কয়। অৰ্থাৎ দোকানৰ বোৰ্ডো মই আৰু মালিকো মই ! আপুনি চন্দুলাল হয়, সেইটো তো পৰিচয়ৰ সাধন (উপকৰণ, কাৰ্য্য আৰম্ভ, সিদ্ধি কৰা কাৰ্য্য) হয়।

## প্ৰভাৱ হৈছে যদি, আত্মস্বৰূপ নহয়

আপুনি চন্দুলাল একেবাৰে নহয় এনেকুৱাও নহয়। আপুনি হয় চন্দুলাল, কিন্তু 'বায় ৰিলেটিৱ ব্য পোইন্ট' (ব্যাৱহাৰিক দৃষ্টি) ত য়ু আৰ চন্দুলাল ইজ্ কৰেক্ট।

প্ৰশ্নকৰ্তা ঃ মই তো আত্মা হওঁ, কিন্তু নাম চন্দুলাল হয়।

দাদাশ্ৰী ঃ হয়, কিন্তু এতিয়া 'চন্দুলাল' ক কোনোবাই গালি দিয়ে তো আপোনাৰ প্ৰভাৱ হ'ব নে নহয় ?

প্ৰশ্নকৰ্তা ঃ প্ৰভাৱ তো হ'বয়ে।

দাদাশ্ৰী ঃ তেতিয়াহ'লে আপুনি 'চন্দুলাল' হয়, 'আত্মা' নহয়। আত্মা হোৱা হ'লে তো আপোনাৰ প্ৰভাৱ নহ'লে হয় আৰু প্ৰভাৱ হয়, এই কাৰণে আপুনি চন্দুলালে হয়। চন্দুলালৰ নামত কোনোবাই গালি দিয়ে তেতিয়া আপুনি সেইটো ধৰি লয়। চন্দুলালৰ নামলৈ কোনোবাই উল্টা-ছিধা কয় তো আপুনি বেৰত কাণ দি শুনে। মই কওঁ যে, ' ভাই , বেৰখনে আপোনাক কি কৈছে ?' তেতিয়া কয়, 'নহয়, বেৰখনে নহয়, ভিতৰত মোৰ কথা চলিছে, সেইটো মই শুনি আছোঁ। ' কাৰ কথা চলিছে ? তেতিয়া কয়, 'চন্দুলালৰ'। অৰে, কিন্তু 'আপুনি' চন্দুলাল নহয়। যদি 'আপুনি' আত্মা হয় তেন্তে চন্দুলালৰ কথা নিজৰ ওপৰত নললে হয়।

প্ৰশ্নকৰ্তা ঃ প্ৰকৃততে তো 'মই আত্মায়ে হওঁ' , নহয় নে ?

দাদাশ্ৰী ঃ এতিয়ালৈ আপুনি আত্মা হোৱা নাই, নহয় নে? চন্দুলালে হয়, নহয় নে ? 'মই চন্দুলাল হওঁ' এইটো আৰোপিত ভাৱ (স্থাপিত ভাৱ) ।আপোনাৰ 'মই চন্দুলাল হওঁ', এনেকুৱা বিলীফ্ (মান্যতা) ঘৰ (বাস) কৰি গৈছে, এইটো ৰং বিলীফ্ (ভুল মান্যতা) ।

## কিমানবোৰ ৰং বিলীফ্

'মই চন্দুলাল হওঁ' এইটো মান্যতা, এই বিলীফ তো আপোনাৰ ৰাতিৰ টোপনিতো নাযায় , নহয় নে ! তাৰোপৰি মানুহে আপোনাৰ বিবাহ কৰুৱাই আপোনাক কয় যে 'তই তো এই স্ত্ৰীৰ স্বামী।' এইকাৰণে আমিয়ে আকৌ স্বামীত্ব মানি লৈছোঁ। পিচত আপুনি 'মই এওঁৰ স্বামী হওঁ, স্বামী হওঁ' কৰি থাকিল। কোনোবাই চিৰদিনৰ কাৰণে স্বামী হয় নেকি ? ডাইৱোৰ্চ হোৱাৰ পিচত দ্বিতীয় দিনা তেওঁৰ স্বামী থাকিব নেকি ? অৰ্থাৎ এইবোৰ ৰং বিলীফ্ বহি গৈছে।

'মই চন্দুলাল হওঁ' এইটো প্ৰথম ৰং বিলীফ্। আকৌ 'এই স্ত্ৰীৰ স্বামী হওঁ' এইটো দ্বিতীয় ৰং বিলীফ্, 'মই বৈষ্ণৱ হওঁ' এইটো তৃতীয় ৰং বিলীফ্, 'মই উকিল হওঁ' এইটো চতুৰ্থ ৰং বিলীফ্, 'মই এই ল'ৰাজনৰ পিতৃ হওঁ' এইটো পঞ্চম ৰং বিলীফ্, 'মই এওঁৰ মোমাই হওঁ' এইটো ষষ্ঠ ৰং বিলীফ্, 'মই বগাবৰণৰ হওঁ' এইটো সপ্তম ৰং বিলীফ্, 'মই পঞ্চল্লিশ বছৰৰ হওঁ' এইটো অষ্টম ৰং বিলীফ্, 'মই এওঁৰ পাৰ্টনৰ হওঁ' এইটোও ৰং বিলীফ্। 'মই ইনকমটেক্স' পেয়ৰ হওঁ' এনেকৈ আপুনি কয় তেন্তে সেইটোও ৰং বিলীফ্। এনেকুৱা কিমান ৰং বিলীফ্ বহি গৈছে ?

## 'মই' ৰ স্থান পৰিৱৰ্তন

'মই চন্দুলাল হওঁ' এইটো অহংকাৰ। কিয়নো য'ত 'মই' নাই, তাত 'মই'ৰ আৰোপণ কৰিছে, সেইটোৰ নাম অহংকাৰ।

প্ৰশ্নকৰ্তা : 'মই চন্দুলাল হওঁ' কয়, তাত অহংকাৰ ক'ত আহিল ? 'মই এনে হওঁ, মই তেনে হওঁ' এনেকুৱা কৰিলে সেইটো বেলেগ কথা, কিন্তু স্বাভাৱিক ৰূপত ক'লে, তাত অহংকাৰ ক'ত আহিল ?

দাদাশ্ৰী : স্বাভাৱিক ভাৱত কয় যদিও অহংকাৰ কি গুচি যায় ? 'মোৰ নাম চন্দুলাল' এনেকৈ স্বাভাৱিক ভাৱে কোৱাতো সেইটো অহংকাৰে হয়। কিয়নো আপুনি 'যি হয়' সেইটো নাজানে আৰু 'যি নহয়' তাৰ আৰোপ কৰে (স্থাপন কৰে), সেইয়া সকলো অহংকাৰে হয় নে নহয় !

'আপুনি চন্দুলাল হয়' সেইটো ড্ৰামেটিক (নাটকীয়) বস্তু। অৰ্থাৎ 'মই চন্দুলাল হওঁ' এনেকৈ কোৱাত লোকচান (ক্ষতি) নাই কিন্তু 'মই চন্দুলাল হওঁ' এনেকুৱা বিলীফ্ থাকিব নালাগে।

প্ৰশ্নকৰ্তা : হয়, নতুবা 'মই' পদ আহি গ'ল ।

দাদাশ্ৰী : 'মই' 'মই' ৰ ঠাইত বহে তেন্তে অহংকাৰ নহয়। কিন্তু 'মই' প্ৰকৃত ঠাইত নাই, আৰোপিত ঠাইত আছে এই কাৰণে অহংকাৰ। আৰোপিত ঠাইৰ পৰা 'মই' আঁতৰ হয় আৰু মূল (প্ৰকৃত) ঠাইত বহে তেন্তে বুজিবা অহংকাৰ গ'ল। অৰ্থাৎ 'মই' বাহিৰ কৰিব নালাগে, 'মই' ক তাৰ প্ৰকৃত ঠাইত ৰাখিব লাগে।

## জ্ঞানীয়েহে পৰিচয় কৰায় 'মই' ৰ

প্ৰশ্নকৰ্তা : 'মই কোন' এইটো জানিবৰ যি কথা, সেইটো এই সংসাৰত থাকি কেনেকৈ সম্ভৱ হ'ব পাৰে?

দাদাশ্ৰী : তেনেহ'লে ক'ত থাকি জানিব পাৰি সেইটো ? সংসাৰৰ বাহিৰে আৰু কোনো ঠাই আছে য'ত থাকিব পাৰি? এই জগতত সকলো সংসাৰীয়ে হয় আৰু সকলোৰে সংসাৰৰ ভিতৰত আছে। ইয়াত 'মই কোন' এইটো জানিবলৈ পাৰ এনেকুৱা। 'আপুনি কোন হয়' এইটো জানিবৰ বিজ্ঞানে আছে ইয়াত। ইয়াত আহিব, মই আপোনাক পৰিচয় কৰাই দিম।

আৰু এইটো মই আপোনাক যিমান শুধিছোঁ , সেইটো মই আপোনাক এনেকৈ কোৱা নাই যে আপুনি এনে কৰক। আপোনাৰ দ্বাৰা হ'ব পাৰে, এনেকুৱা নহয়। অৰ্থাৎ মই আপোনাক কি কৈছোঁ যে মই আপোনাৰ কাৰণে সকলো কৰি দিম। এই কাৰণে আপুনি চিন্তা নকৰিব। এইটো তেন্তে প্ৰথমে বুজি লোৱা যে প্ৰকৃততে 'আমি' কি হয় আৰু কি জনিবৰ যোগ্য (উচিত) হয় ? সত্য (সঁচা, প্ৰামাণিক, শুদ্ধ) কথা কি ? কৰেক্টনেচ কি ? জগত কি ? এই সকলো কি ? পৰমাত্মা কি ?

পৰমাত্মা আছে ? পৰমাত্মা আছেয়ে আৰু তেওঁ আপোনাৰ ওচৰতে (নিকট, অদূৰ) আছে। বাহিৰত ক'ত বিচাৰি আছে ? কিন্তু কোনোবাই আমাক এই দুৱাৰখন মুকলি কৰি দিয়ে তেন্তেহে দৰ্শন কৰিব পাম নহয় ! এই দুৱাৰখন এনেকুৱাকৈ বন্ধ হৈ গৈছে যে নিজৰ দ্বাৰা খোলা যায়, এনেকুৱা নহয়ে। সেইটো তো যিয়ে পাৰ হৈছে এনে তৰণতাৰণ জ্ঞানী পুৰুষৰহে কাম।

## নিজৰ ভুলেই নিজৰ ওপৰৱালা (বৰিষ্ঠ মালিক, ওপৰৰ)

ভগৱান হ'ল আপোনাৰ স্বৰূপ। আপোনাৰ কোনো ওপৰুৱায়ে নাই। কোনো বাপেকো ওপৰুৱায়ে নাই। আপোনাক কোনোৱে একো কৰাওঁতায়ে নাই। আপুনি স্বতন্ত্ৰয়ে হয়, কেৱল (একমাত্ৰ) নিজৰ ভুলৰ কাৰণে আপুনি বান্ধনত আছে।

আপোনাৰ কোনো ওপৰুৱায়ে নাই আৰু আপোনাৰ ভিতৰত কোনো জীৱৰ দখলো (হস্তক্ষেপ) নাই। ইমানবোৰ জীৱ আছে, কিন্তু কোনো জীৱৰ আপোনাৰ ভিতৰত দখল নাই। আৰু এই মানুহবোৰে যি কিছু দখল কৰি আছে, তেন্তে সেইটো আপোনাৰ ভুলৰ কাৰণত দখল কৰি আছে। আপুনি যি (পূৰ্বত) দখল কৰিছিল, তাৰেই এইটো ফল (পৰিণাম)। এইটো মই নিজে চাই (দেখি) কৈছোঁ।

মই এই দুটা বাক্যত গাৰন্টী দিছোঁ, ইয়াৰ দ্বাৰা মানুহ মুক্ত (বন্ধন নথকা) থাকিব পাৰিব। মই কি কৈছোঁ যে, ' আপোনাৰ ওপৰুৱায়ে জগতত কোনো নাই। আপোনাৰ ওপৰৱালা আপোনাৰ ব্লণ্ডৰ্চ আৰু মিস্টেক্স হয়। এই দুটা নথকা হয় তেন্তে আপুনি পৰমাত্মায়ে হয়।' আৰু 'আপোনাৰ ভিতৰত কাৰো অলপো দখল নাই। কোনো জীৱই কোনো জীৱত কিঞ্চিৎমাত্ৰ দখল কৰিব পাৰে এনেকুৱা স্থিতিতে নাই, এনেকুৱা এইখন জগত।' এই দুটা বাক্যই সকলো সমাধান আনি দিয়ে।

## ভগৱানৰ শুদ্ধ ঠিকনা

ফোৰেনৰ সাইন্টিস্ট সকলে সুধিছিল যে, 'ভগৱান নাই নেকি ?' তেতিয়া মই কৈছিলোঁ, 'ভগৱান নথকা হ'লে তো এই জগতত যি ভাবনাবোৰ হয়, সুখ আৰু দুখৰ যি অনুভৱ হয়, সেইটোৰ কোনো অনুভৱে নহ'লে হয়। এইকাৰণে ভগৱান নিশ্চয় আছে। তেওঁ মোক সুধিছিল যে, 'ভগৱান ক'ত থাকে?' মই কৈছিলোঁ, 'আপোনাৰ ক'ত থকা যেন লাগিছে?' তেতিয়া তেওঁ ক'লে, 'ওপৰত।' মই সুধিলো, 'তেওঁ ওপৰত ক'ত থাকে ? তেওঁৰ গলি (উপপথ) ৰ নম্বৰ কি ? কোনটো গলি, জানেনে আপুনি ? চিঠি গৈ পায় এনেকুৱা শুদ্ধ এড্ৰেস আছে আপোনাৰ ওচৰত?' ওপৰত তো কোনো বাপেকো নাই। সকলো ঠাই মই ঘূৰিপকি আহিছোঁ। সকলো মানুহে কৈছিল যে ওপৰত

আছে, ওপৰৰ ফালে আঙুলি তুলি থাকে। সেয়েহে মোৰ মনত হ'ল যে সকলো মানুহে কৈ আছে, এইকাৰণে কিবা থাকিব লাগে। এইকাৰণে মই ওপৰত সকলো ঠাই তালাচ(বিচাৰণ, সন্ধান) কৰি আহিছোঁ তেন্তে ওপৰত তো খালি (শূন্য) আকাশে আছে , ওপৰত কোনোৱে নাপালোঁ। ওপৰত তো কোনেও নাথাকে। এতিয়া তেওঁলোক ফোৰেনৰ সাইন্টিস্ট সকলে মোক ক'লে যে, 'ভগৱানৰ শুদ্ধ এড্ৰেস ক'ব নেকি ?' মই ক'লো, 'লিখি লওঁক। গোড ইজ্ ইন এভ্ৰী ক্ৰিয়েচৰ, বিহেদৰ 'ৱিজিবল' অৰ্ 'ইনৱিজি্বল', নোট ইন ক্ৰিয়েচন।' (ভগৱান চকুৰ দ্বাৰা দেখা পোৱা বা দেখা নপোৱা প্ৰত্যেক (এক এক) জীৱত বিদ্যমান আছে, কিন্তু মানৱ নিৰ্মিত কোনো বস্তুত নাই।')

## মনোনুকূলৰ সিদ্ধান্ত

কিমান বোৰ সংযোগ একত্ৰিত হোৱাত কোনো কাৰ্য্য হয়, অৰ্থাৎ এইটো সাইন্টিফিক সৰকমস্টেঞ্চিয়েল এবিডেন্স। তাত অহংকাৰ কৰি, 'মই কৰিছোঁ' কৈ হুংকাৰ কৰি থাকে। ভাল হোৱাত 'মই কৰিছোঁ' আৰু বেয়া(দুৰৱস্থা) হোৱাত 'মোৰ সংযোগ এতিয়া ভাল নহয়' এনেকৈ আমাৰ মানুহে কয় নহয় ?

উপাৰ্জন হয় তেতিয়া সেইটোৰ গৰ্বৰস (অহংকাৰ ৰস) নিজে চাকে আৰু যেতিয়া ক্ষতি (হানি) হয় তেতিয়া কিবা বাহানা বণাই। আমি সোধো,'মালিক, এতিয়া এনেকুৱা কিয় হৈ গ'ল ?' তেতিয়া তেখেতে কয়, 'ভগৱান উদাস (খং)হৈছে।' কিন্তু এনেকুৱা আৰোপ তেওঁৰ ওপৰত (ভগৱানৰ ওপৰত) লগাৱ নালাগে। কোনো আনৰ ওপৰত আৰোপ লগাই সেইটো তেন্তে উচিত , কিন্তু ভগৱানৰ ওপৰত আৰোপ লগাৱ পাৰি নেকি ? এইটোৰ ফল তো আগৰ জন্মত(সংসাৰৰ) ভয়ানক শিকলী পায়। বা আকৌ ক'ব, 'ষ্টাৰ্স ফেৱৰেৱল (গ্ৰহ অনুকূল) নহয়।' বা আকৌ, 'পাৰ্টনৰ মুআ অভদ্ৰ (অভাল, বেয়া)' এইদৰে কয়। নাইবা 'ল'ৰাৰ বোৱাৰী অশুভ আহিছে' এনেকৈ কয় কিন্তু নিজৰ মূৰত আহিব নিদিয়ে। নিজৰ মূৰত কেতিয়াও গুনাহগাৰী (দোষ, পাপ, অপৰাধ) নলয়।

## কৰ্তাপদ দ্বাৰা কৰ্মবন্ধন

প্ৰশ্নকৰ্তা ঃ এই কৰ্মৰ বন্ধনৰ ভিতৰৰ পৰা এৰাই যাৱৰ কাৰণে (মুক্তিৰ কাৰণে) কি কৰোঁ ?

দাদাশ্ৰীঃ এই যি কৰ্ম , সেইটো কৰ্তাৰ অধীন। এই কাৰণে কৰ্তা হয় যদিহে কৰ্ম হ'ব। কৰ্তা নহয় তেন্তে কৰ্ম নহ'ব। কৰ্তা কেনেকৈ ? আৰোপিত ভাৱত যাই বহিল

এই কাৰণে কৰ্তা হ'ল। নিজৰ মূল স্বভাৱত আহিলে তেন্তে নিজে কৰ্তা নহয়ে। 'মই কৰিছোঁ' এনেকৈ কয়, এই কাৰণে কৰ্তা হ'ল। অৰ্থাৎ কৰ্মক আধাৰ দিলে। এতিয়া নিজে কৰ্তা নহ'লে তেতিয়াহে কৰ্ম এৰা যাব (মুক্ত হোৱা, মুকলি হোৱা), নিৰাধাৰ কৰাত কৰ্ম এৰা যাব। অৰ্থাৎ কৰ্তাপন আছে, তেতিয়ালৈকে কৰ্ম আছে।

এতিয়া আপুনি 'মই চন্দুলাল' এনেকৈ মানি লৈছে, এইকাৰণে সকলো একাকাৰ (তন্ময়তা) হৈ গৈছে। ভিতৰত দুয়ো বস্তু পৃথক - পৃথক হয়। 'আপুনি' পৃথক আৰু চন্দুলাল পৃথক হয়। কিন্তু এইটো আপুনি নাজানে, তেতিয়ালৈকে কি হ'ব? জ্ঞানী পুৰুষে ভেদ বিজ্ঞান দ্বাৰা পৃথক-পৃথক কৰি দিয়ে, পিচত যেতিয়া 'আপুনি' (চন্দুলালৰ পৰা) পৃথক হৈ যাব, তেতিয়া 'আপুনি' একো কৰিব নালাগে, সকলো 'চন্দুলালে' কৰি থাকিব।

## আত্মা- অনাত্মাৰ বৈজ্ঞানিক বিভাজন

যিদৰে এই আঙুঠিটোত সোনা আৰু পিতল উভয় মিশ্ৰিত (মিহলী)হৈছে, সেইটো আমি গাঁওত নি কাৰোবাক কওঁ যে, 'ভাই ,পৃথক-পৃথক কৰি দিয়ক নে!' তেন্তে কি কোনোৱেও কৰি দিব পাৰিব ? কোনে কৰিব পাৰিব?

প্ৰশ্নকৰ্তা : সোণাৰিয়েহে কৰিব পাৰিব।

দাদাশ্ৰী : যাৰ এইটো কাম, যিয়ে ইয়াত এক্সপৰ্ট, তেওঁ সোনা আৰু পিতল উভয়কে পৃথক কৰি দিব। এশত এশ তোলা সোনা পৃথক কৰি দিব, কিয়নো তেওঁ উভয়ৰে গুণধৰ্ম জানে যে সোনৰ গুণধৰ্ম এইটো হয় আৰু পিতলৰ গুণধৰ্ম এনেকুৱা হয়। তেনেকৈ জ্ঞানীপুৰুষে আত্মাৰ গুণধৰ্মক জানে আৰু অনাত্মাৰ গুণধৰ্মকো জানে। এইকাৰণে জ্ঞানী পুৰুষে ইয়াক পৃথক কৰি দি দিয়ে তেতিয়া আত্মাৰ পৰিচয় হৈ যায়।

## জ্ঞানবিধি কি ?

প্ৰশ্নকৰ্তা : আপোনাৰ জ্ঞানবিধি কি?

দাদাশ্ৰী : জ্ঞানবিধি তো চেপৰেশ্বন (পৃথক) কৰা হয়, পুদ্গল (আনাত্মা) আৰু আত্মাৰ ! শুদ্ধ চেতন আৰু পুদ্গল, উভয়ৰ চেপৰেশ্বন।

প্ৰশ্নকৰ্তা ঃ এইটো সিদ্ধান্ততঃ তেন্তে ঠিকে (সঁচা, সত্য, শুদ্ধ) কিন্তু সেইটোৰ পদ্ধতি কি ?

দাদাশ্ৰী ঃ ইয়াত লোৱা-দিয়া যেন একো নহয়। কেৱল ইয়াত বহি এইটো যেনেকুৱা হয় তেনেকৈ কোৱাৰ প্ৰয়োজন ('মই কোন' তেওঁৰ পৰিচয় (অনুভৱ) কৰোওৱাৰ দুই ঘন্টাৰ জ্ঞানপ্ৰয়োগ হয়। তাৰ ভিতৰত আঠচল্লিছ মিনিট আত্মা-অনাত্মাৰ পৃথক (ভেদ) কৰোঁতা ভেদবিজ্ঞানৰ বাক্য ক'বলৈ দিয়া হয়। যি সকলো মুমুক্ষুৱে ক'ব লাগে। তাৰ পিচত এঘন্টাত পাঁচ আজ্ঞা, উদাহৰণ দি বিস্তাৰিতভাৱে বুজোৱা হয় যে এতিয়া বাকীৰ (অৱশেষৰ) জীৱন কেনেকৈ আদৰ্শৰূপত অতিবাহিত কৰিব লাগিব, যাৰ দ্বাৰা নতুন কৰ্ম বন্ধা নাযায় আৰু পুৰণি কৰ্ম সম্পূৰ্ণভাৱে নিঃশেষ হৈ যায়, লগতে 'মই শুদ্ধাত্মা হওঁ' ৰ লক্ষ্য সদাই থাকে।)

## ধ্যেয় (উদ্দেশ্য) একমাত্ৰ এইটোৱেই হ'ব লাগে

প্ৰশ্নকৰ্তা ঃ মানুহৰ ধ্যেয় কি হ'ব লাগে ?

দাদাশ্ৰী ঃ মোক্ষত যোৱাৰে ! এইটোৱেই ধ্যেয় হ'ব লাগে। আপুনিও মোক্ষতে যাব নহয় নে ! কেতিয়ালৈকে ঘূৰি ফুৰিব (জন্ম মৰণৰ চক্ৰত ঘূৰা)? অনন্ত জন্মৰ পৰা ঘূৰি ঘূৰি ........ ঘূৰাত একো বাকীয়ে এৰা নাই নহয়! তিৰ্য্যঞ্চ (জানোৱাৰ) গতিত, মানুহ গতিত, দেৱগতিত, সকলো ঠাইত ঘূৰি ফুৰিয়ে আছে। কি কাৰণে ঘূৰি ফুৰিব লগা হ'ল ? কিয়নো 'মই কোন' এইটোৱেই নাজানে। নিজৰ স্বৰূপে চিনি নাপায়। নিজৰ স্বৰূপ চিনিব লাগে। 'নিজে কোন' ইয়াৰ পৰিচয় (অনুভৱ) কৰিব নালাগে নে ?

## 'স্বভাৱ'ত অহাত পৰিশ্ৰম নহয়

মোক্ষ অৰ্থাৎ নিজৰ স্বভাৱত অহা আৰু সংসাৰ অৰ্থাৎ নিজৰ বিশেষ ভাবত যোৱা। ইয়াৰ ভিতৰত সহজ (সৰল) কি ? স্বভাৱত থকা ! অৰ্থাৎ মোক্ষ কঠিন নহয়। সংসাৰ সদায়ে কঠিন হয়। মোক্ষ তো খিচিৰী বনোৱাতকৈও সহজ। খিচৰী বনোৱাৰ কাৰণে তো খৰি আনিব লাগে, দাইল-চাউল আনিব লাগে, ডেকচি (ডাঙৰ কেটলি, চৰু - হাড়ী) আনিব লাগে, পানী আনিব লাগে, তেতিয়াহে গৈ খিচিৰী হ'ব। যেনিবা মোক্ষ তো খিচিৰীতকৈও সহজ, কিন্তু মোক্ষদাতা (মোক্ষদিওঁতা) জ্ঞানী পাব লাগিব।

নহ’লে মোক্ষ কেতিয়াও নহ’ব। কৌটি জনম লোৱাতো নহ’ব। অনন্ত জন্ম হৈয়ে গৈছে, নহয় নে ?

প্ৰথম মোক্ষ অৰ্থাৎ সংসাৰী দুখৰ অভাৱ হয়। সংসাৰৰ দুঃখতো দুঃখ নালাগে, ব্যাকুলতাৰ (ব্যগ্ৰ, উদ্বিগ্ন) ভিতৰতো সমাধি থাকে, সেইটো প্ৰথম মোক্ষ। আৰু পিচত এইটো দেহ (শৰীৰ) এৰাত আত্যান্তিক মোক্ষ। কিন্তু প্ৰথম মোক্ষ ইয়াতে হ’ব লাগিব। মোৰ মোক্ষ হৈয়ে গৈছে নহয় ! সংসাৰত থকাতো সংসাৰ স্পৰ্শ নকৰে, এনেকুৱা মোক্ষ হৈ যাব লাগে। এই অক্ৰম বিজ্ঞান দ্বাৰা এনেকুৱা হ’ব পাৰে।

## অক্ৰম জ্ঞান দ্বাৰা অদ্ভুত (অভূতপূৰ্ব , বিলক্ষণ) সিদ্ধি

সংসাৰত থাকি, ইমান খিনিয়ে নহয়, কিন্তু ৱাইফৰ (পত্নীৰ) সৈতে থাকিও আত্মজ্ঞান পাব পাৰে এনেকুৱা। পুত্ৰ-কন্যাক বিয়াদি, সংসাৰীক সকলো কাৰ্য্য কৰি আত্মজ্ঞান হ’ব পাৰে। মই সংসাৰত থাকিয়ে আপোনাক এইটো কৰাই দিওঁ। আকৌ ইয়াতকৈ বেছি আৰু কি গাৰন্টী বিচাৰিছে ?

এইটো অপৱাদ মাৰ্গ। আপুনি অলপো পৰিশ্ৰম কৰিব নালাগে। আপোনাৰ আত্মাও আপোনাৰ হাতত দি দিম, তাৰ পিচত আত্মাৰ আনন্দত থাকিব। আপুনি আৰু একোও কৰিব নালাগে। পুনৰ আপোনাৰ কৰ্ময়ে নাবান্ধে।

প্ৰথমে অজ্ঞানৰ পৰা মুক্তি হৈ যায়। পিচত এক-দুই জনমত অন্তিম (পৰম) মুক্তি হৈ যাব।

মই আত্মজ্ঞান দিওঁ, তাৰ দ্বাৰা অনেক প্ৰকাৰৰ কৰ্ম ভস্মীভূত হৈ যায় আৰু সেই সময়ত অনেক আৱৰণ খণ্ডিত (নষ্ট) হৈ যায়। তেতিয়া ভগৱানৰ কৃপা হোৱাৰ লগতে তেওঁ নিজে জাগৃত (জাগ্ৰত) হৈ যায়। সেই জাগৃতি পুনৰ নাযায়, (আত্মা) জাগ্ৰত হোৱাৰ পিচত সেইটো নাযায়। নিৰন্তৰ জাগৃত থাকিব পাৰে। অৰ্থাৎ নিৰন্তৰ প্ৰতীতি থাকিবয়ে। আত্মাৰ অনুভৱ হৈ গ’ল, অৰ্থাৎ দেহাধ্যাস এৰা (মুক্ত হোৱা) গ’ল। দেহাধ্যাস এৰা গ’ল, অৰ্থাৎ কৰ্ম বান্ধা বৈ (বন্ধ হোৱা) গ’ল। পিচত আৰু কি লাগে ?

## আত্মা- অনাত্মাৰ মাজত ভেদ-ৰেখা

এইটো অক্ৰম বিজ্ঞান, এইকাৰণে ইমানখিনি শীঘ্ৰে সম্যকত্ব হয়। নহ’লে ক্ৰমিক মাৰ্গত তো, আজি (এতিয়া) সম্যকত্ব হ’ব পাৰে এনেকুৱা নহয়ে। এইটো

অক্ৰম বিজ্ঞান তো বহুত উচ্চ কৌটিৰ (শ্ৰেণীৰ) বিজ্ঞান। এইকাৰণে আত্মা আৰু অনাত্মাৰ মাজত অৰ্থাৎ আপোনাৰ আৰু পৰৰ (অন্য,বেলেগ) বস্তু, এনেকৈ উভয়ৰ বিভাজন (ভাগ) কৰি দিয়ে। 'এইটো' ভাগ (অংশ) আপোনাৰ আৰু 'এইটো' আপোনাৰ নহয়, আৰু মাজত লাইন অফ্ ডিমাৰ্কেশন, ভেদ-ৰেখা লগাই দিওঁ তাত। এইটো অক্ৰম বিজ্ঞান, শীঘ্ৰে (তৎকাল) মোক্ষ দি দিয়ে, নগদ !

আমি কোনোবাই দুঃখ্ পাই এনেকুৱা কিবা কৈ দিছোঁ, সেইটোকে 'অতিক্ৰমণ' কৰা কয়। সেইটো দোষৰ আমি প্ৰতিক্ৰমণ কৰিব লাগে। প্ৰতিক্ৰমণ অৰ্থাৎ আপুনি বুজি পাই, তেনেকৈ সেইটো দোষৰ ক্ষমা খুজিব লাগে। দোষ কৰিছোঁ সেইটো মই বুজি পাইছোঁ আৰু পুনৰাই এনেকুৱা দোষ নকৰোঁ এনেকৈ নিশ্চয় কৰিব লাগে। এনেকুৱা যি কৰিলো সেইটো ভুল কৰিলো, এনেকুৱা কৰিব নালাগে, পুনৰাই এনে নকৰোঁ, এনেকুৱা প্ৰতিজ্ঞা কৰিব লাগে। আকৌও দ্বিতীয়বাৰ হৈ যায়, সেইটো দোষে হৈ যায়, তেন্তে পুনৰাই পাশ্চাতাপ কৰিবা। যিমান দোষ দেখা পোৱা, সেইবোৰৰ পশ্চাতাপ কৰা তো সিমান কম হৈ গ'ল। এনেকৈ কৰোঁতে - কৰোঁতে শেষত লাহে-লাহে শেষ হৈ যাব।

প্ৰশ্নকৰ্তা ঃ কোনো ব্যক্তিৰ (মানুহৰ) প্ৰতিক্ৰমণ কেনেকৈ কৰিব লাগে?

দাদাশ্ৰী ঃ মন-বচন-কায়া, ভাবকৰ্ম-দ্ৰব্যকৰ্ম-নোকৰ্ম, (সেইজন ব্যক্তিৰ) নাম আৰু তেওঁৰ নামৰ সৰ্বমায়া দ্বাৰা, ভিন্ন এনেকৈ তেওঁৰ শুদ্ধাত্মাক মনত কৰিব লাগে, আকৌ যিকিবাও দোষ (ভুল) হৈছে সেইবোৰ মনত কৰিব লাগে (আলোচনা), সেইবোৰ ভুলৰ পশ্চাতাপ কৰিব লাগে আৰু তাৰ কাৰণে ক্ষমা খুজিব লাগে (প্ৰতিক্ৰমণ) আৰু 'পুনৰাই এনেকুৱা ভুল (দোষ) নকৰোঁ এনে দৃঢ় নিশ্চয় কৰিছোঁ', এনেকৈ নিশ্চিত কৰিব লাগে (প্ৰত্যাখ্যান)। 'আমি' নিজে 'চন্দুলাল' ৰ জ্ঞাতা-দৃষ্টা থাকি আৰু জানো যে 'চন্দুভাই' য়ে কিমান পতিক্ৰমণ কৰিলে, কিমান সুন্দৰভাৱে কৰিলে আৰু কিমান বাৰ কৰিলে!

*****

# এড্জস্ট এভ্ৰীবিহেয়াৰ

## আত্মসাৎকৰক এটায়ে শব্দ

'এড্জস্ট এভ্ৰীবিহেয়াৰ' (প্ৰত্যেক আচৰণে নিয়ন্ত্ৰণ কৰা) ইমান খিনিয়ে শব্দ যদি আপুনি জীৱনত কামত লগাই (ব্যৱহাৰ জীৱনত উপয়োগ কৰে) তেন্তে যথেষ্ট হৈ যাব। আপোনাৰ শান্তি নিজে-নিজে প্ৰাপ্ত হৈ যাব। পোন প্ৰথমে ছয় মাহলৈকে বাধা-বিঘিনি আহিব, পিচত নিজে নিজেই শান্তি হৈ যাব। এই কলিযুগৰ এনে ভয়াবহ কালত যদি এড্জস্ট নহয়, তেন্তে শেষ হৈ যাব!

সংসাৰত আৰু একো নাজানে যদি ক্ষতি (লোকচান, হানি) নাই কিন্তু এড্জস্ট হোৱাতো আহিবয়ে লাগে। সন্মুখৰজনে 'ডিচ্এড্জস্ট' (প্ৰতিকূল) হৈ থাকে, কিন্তু আপুনি এড্জস্ট হৈ থাকে, তেন্তে সংসাৰ সমুদ্ৰ সাঁতোৰি পাৰ কৰিব। যিয়ে অন্যক অনুকূল হ'ব পাৰিছে, তেওঁৰ কোনো দুখে নাথাকিব। 'এড্জস্ট এভ্ৰীবিহেয়াৰ' ! প্ৰত্যেকৰ সৈতে এড্জস্টমেন্ট হোৱা, এইটোৱে সকলোতকৈ ডাঙৰ (শ্ৰেষ্ঠ) ধৰ্ম। এই যুগত (সময়, কাল) তো সকলোৰে প্ৰকৃতি বেলেগ-বেলেগ হয়, এইকাৰণে এড্জস্ট হোৱাৰ বাহিৰে (বিনা) কেনেকৈ চলিব?

এই বৃদ্ধসকলে ঘৰত সোমায়ে কয়, 'এইটো লোহাৰ আলমাৰী? এইটো ৰেডিয়ো? এইটো এনে কিয়? তেনে কিয়? এনেকুৱাকৈ কাজিয়া-পেচাল (জঞ্জাল) কৰে। এইটো তো যুগ পৰিৱৰ্তন হৈ থাকিব। ইয়াৰ অবিহনে (বিনা) এই যুৱা সকলে জীৱিত থাকিব কেনেকৈ? কিবা নতুন দেখে যে মোহ হয়। নতুন নহয় যদি এইসকলে জীৱিত থাকিব কেনেকৈ?

এই আইসক্ৰীমে আমাক নকয় যে মোৰ পৰা দূৰত থকা। আপোনাৰ খাৱৰ ইচ্ছা নাই তেন্তে নাখাব। কিন্তু এই বৃদ্ধসকলে তো সেইটোৰ ওপৰত খং (বিৰক্তি) কৰি থাকে। এই মতভেদ তো যুগ পৰিবৰ্তনৰ হয়। এই ল'ৰা-ছোৱালীবোৰে তো সময়ৰ (কাল, যুগ) অনুসৰীয়ে চলিব।

মই কি কৈছোঁ যে সময়ৰ (কাল, যুগ) অনুসৰী এড্জস্ট হৈ যাওঁক। ল'ৰাই নতুন টুপী পিন্ধি আহে, তেতিয়া তাক এনেকৈ ক'ব নালাগে যে, এনেকুৱা ক'ৰ পৰা লৈ আহিছা? সেইটোৰ সলনি এড্জস্ট হৈ শুধক যে, 'ইমান ভাল (সুন্দৰ) টুপী ক'ৰ পৰা আনিলা? কিমানত আনিলা? বহুত সস্তা (সুলভ) পালা?' এনেকৈ এড্জস্ট হৈ যাওঁক।

আমাৰ ধৰ্মই (বিতৰাগ ধৰ্ম) কি কয় যে অসুবিধাত সুবিধা চাওঁক। ৰাতি মোৰ বিচাৰ (ভাব) আহিল যে, 'এই চাদৰখন লেতেৰা।' কিন্তু আকৌ এড্‌জস্টমেন্ট লৈ লোৱাত তো পিচত ইমান মুলায়ম অনুভৱ হ'ল যে কথায়ে কি ক'ব। পঞ্চইন্দ্রিয় জ্ঞানে অসুবিধা দেখায় আৰু আত্মজ্ঞানে সুবিধা দেখায়। এইকাৰণে আত্মাতে থাকিব লাগে।

এইটো তো ভাল -বেয়া কোৱাত এইবোৰ সকলোৰে ভূতৰ দৰে কষ্ট দিয়ে। আমি তো দুয়োকে সম কৰি দিব লাগে। ইয়াক 'ভাল' ক'লে, এইকাৰণে সেইটো 'বেয়া' হ'ল। এই কাৰণতে সেইটোৱে কষ্ট দিয়ে। কিন্তু উভয়ৰ 'মিক্সাৰ' কৰি দিলে পিচত প্ৰভাৱ নাথাকে। 'এড্‌জস্ট এভৰীবিহেয়াৰ' ৰ মই অনুসন্ধান কৰিছোঁ। কেনোবাই সঁচা কথা কৈছে তেওঁৰ সৈতে আৰু কোনোবাই মিছা কথা কৈছে তেন্তে তেওঁৰ সৈতেও 'এড্‌জস্ট' হৈ যাওঁক। আমাক কোনোবাই কয় যে 'আপোনাৰ তাত আক্কল (বুদ্ধি) নাই।' তেতিয়া আমি তৎক্ষণাৎ তেওঁৰ সৈতে এড্‌জস্ট হৈ কওঁ যে, '(মোৰ তাত)সেইটো তো আগৰ পৰায়ে নাছিল। আজি তুমি ক'ৰ পৰা বিচাৰিব আহিলা? তুমি তো আজি জানিলা, কিন্তু মই তো এইটো বাল্যাৱস্থাৰ পৰায়ে জানো।' এনেকৈ ক'লে তেন্তে ঝঞ্চট মিটে, নহয়নে ? পুণৰ তেওঁ আমাৰ কাষত আক্কল (বুদ্ধি) বিচাৰি নাহিব।

## পত্নীৰ সৈতে এড্‌জস্টমেন্ট

আমাৰ কোনো কাৰণে দেৰী (পলম) হৈ গ'লে, তেতিয়া পত্নীয়ে কিবা উলটা-চিধা ক'বলৈ ধৰে যে, 'ইমান খিনি দেৰীকৈ আহে ? মোৰ দ্বাৰা সহ্য (সহনীয়) ন'হব আৰু এনেকৈ নচলিব।' তেওঁৰ খঙত মানসিক স্থিৰতা নাথাকে(বুদ্ধি ভ্ৰষ্ট হয়)। তেতিয়া আমি কওঁ যে 'হয়, তোমাৰ কথা সঁচা, তুমি কোৱা তেন্তে উভতি যাওঁ আৰু কোৱা যদি ভিতৰলৈ আহি বহিম। তেতিয়া তেওঁ কয়, 'নহয় উলটি নাযাবা। আহা আৰু গৈ শুই থকা চুপ্-চাপ্।' পিচে তেওঁক আকৌ শুধে, 'যদি তুমি কোৱা তেন্তে ভোজন কৰোঁ নহ'লে মই শুবলৈ যাওঁ।' তেতিয়া তেওঁ কয়, 'নহয়, খাই লোৱা।' তেতিয়া আমি তেওঁৰ কথা মাণী খাই ল'ব লাগে। অৰ্থাৎ এড্‌জস্ট হৈ গ'ল। পিচত ৰাতিপুৱা ফাৰ্স্ট ক্লাস চাহ দিব আৰু যদি তেওঁক ধমকি দিয়া তেন্তে আকৌ চাহৰ কাপ মুখ ওলমাই (ৰোষ বেশত)দিব আৰু তিনি দিনলৈ সেইটোৱেই ক্ৰম চলি থাকিব।

## ভোজনত এড্‌জস্টমেন্ট

ব্যৱহাৰ পালন কৰা (চাৰিতাৰ্থ কৰা) কাক কয় যে যিয়ে 'এড্‌জস্ট এভ্ৰীবিহেয়াৰ' হ'ল! এতিয়া ডেৰলপমেন্ট (বিকাশ) ৰ সময় (যুগ, কাল) আহিছে। মতভেদ হ'ব দিব নালাগে। এইকাৰণে এতিয়া মই মানুহক সূত্ৰ দিছোঁ, 'এড্‌জস্ট এভ্ৰীবিহেয়াৰ !' 'এড্‌জস্ট, এড্‌জস্ট, এড্‌জস্ট ! কঢ়ী (এক প্ৰকাৰৰ ব্যঞ্জন) ত নিমখ বেছি হয় তেতিয়া বুজি ল'বা যে এড্‌জস্টমেন্ট ল'বলৈ দাদাজীয়ে কৈছে। আকৌ কঢ়ী অলপ খাই ল'বা। হয়, আচাৰ মনত পৰে যদি পিচত খুজি ল'ব যে অলপ আচাৰ লৈ আহক। কিন্তু ঘৰত কাজিয়া (বিবাদ) হ'ব নালাগে। নিজে কোনোবা ঠাইত বিপদ (দুৰ্দশা) ত পৰে, তেতিয়া তাত নিজেয়ে এড্‌জস্টমেন্ট কৰি লয়, তেন্তেও সংসাৰ সুন্দৰ লাগিব।

## ভাল (ইচ্ছা) নালাগে তেতিয়াও পালন কৰক

আপোনাৰ সৈতে যিয়ে ড্‌িসএড্‌জস্ট হ'বলৈ আহে, তেওঁৰ সৈতে আপুনি এড্‌জস্ট হৈ যাওঁক। দৈনন্দিন জীৱনত যদি শাহু-বোৱাৰীৰ মাজত বা জা-ডাঙৰ জাৰ মাজত ড্‌িসএড্‌জস্টমেন্ট হয়, তেতিয়া যি জনে এই সংসাৰৰ ঘটনাচক্ৰৰ পৰা মুক্ত হ'ব খোজে, তেন্তে তেওঁ এড্‌জস্ট হৈয়ে যাব লাগে। স্বামী-স্ত্ৰীৰ মাজৰ পৰা যদি কোনোবা এজনে সম্বন্ধত ফাট পেলায়, তেনেহলে আনজনে সংযোগ কৰি ল'ব লাগে, তেতিয়াহে সম্বন্ধ ঠিকমতে চলি থাকিব আৰু শান্তি থাকিব। যিয়ে এড্‌জস্টমেন্ট ল'ব নাজানে, তাক মানুহে 'মেন্টল' (পাগল) ক'য়। এই ৰিলেটিৰ (সাপেক্ষ) সত্যত আগ্ৰহ,জেদৰ অলপো প্ৰয়োজন নাই। 'মানুহ' কাক কোৱা হয় যে যিয়ে এভ্ৰীবিহেয়াৰ এড্‌জস্টেৰল হয়।

## সংশোধন কৰিব নে এড্‌জস্ট হৈ যাব?

প্ৰত্যেক কথাত আমি সন্মূখৰজনৰ সৈতে এড্‌জস্ট হৈ যাওঁ তেন্তে কিমান অধিক সৰল হৈ যাব! আমি লগত কি লৈ যাম ? কোনোবাই কয় 'ভাই, পত্নীক চিধা (শান্ত, খং নথকা) কৰি দিয়া'। 'অৰে,তেওঁক চিধা কৰিব গ'লে তেন্তে তুমি টেঢ়া হৈ যাবা।' এইকাৰণে ৱাইফক চিধা কৰিব নাযাবা, যেনেকুৱাওঁ হয় সেইটোৱেই কৰেক্ট (ঠিক) ক'বা। আমাৰ তেওঁৰ সৈতে চিৰদিনৰ লেন-দেন হয় তেনেহলে বেলেগ কথা, এইটো তো এই জনমৰ পিচত নাজানো ক'ত হেৰাই যাব! দুয়োজনৰ মৃত্যুকাল

বেলেগ, দুয়োজনৰ কৰ্ম বেলেগ ! একোও লেনা-দেনা নাই ! এই ঠাইৰ পৰা তেওঁ কাৰ তাত যাব কি জানা ? আমি তেওঁক চিধা কৰোঁ আৰু আগৰ জন্মত যাব কোনো অন্যৰ ভাগত !

এইকাৰণে নহয় আপুনি তেওঁক চিধা কৰিব আৰু নহয়ে তেওঁ আপোনাক চিধা কৰিব। যেনেকুৱাও পালে, সোনৰ তুল্য (সদৃশ) । প্ৰকৃতি কাৰোও কেতিয়াও চিধা (সহজ-সৰল) হ'ব নোৱাৰে। কুকুৰৰ নেজ টেড়াৰ টেড়ায়ে থাকিব। এইকাৰণে আপুনি জাগৃত থাকক। 'এড্‌জস্ট এভ্ৰীবিহেয়াৰ !

## টেড়া (অভদ্ৰ, নীচ,মন্দ,অডাল) ৰ সৈতে এড্‌জস্ট হওঁক

ব্যৱহাৰ তো সেইটোৰ নাম যে এডজেস্ট হৈ থকাত ওচৰ-চুবুৰীয়াও কয় যে 'সকলো ঘৰতে কাজিয়া (বিবাদ) হয় কিন্তু এইখন ঘৰত কোনো কাজিয়া নহয়। তেওঁৰ ব্যৱহাৰ সৰ্বোত্তম কোৰা হয়। যাৰ সৈতে প্ৰতিকূল হয় তাতে শক্তি প্ৰকট কৰিব লাগিব। অনুকূল হয়, তাত তো শক্তি আছেয়ে। প্ৰতিকূল লগাতো তো আমাৰ দুৰ্বলতা। মোৰ কিয় সকলোৰে সৈতে অনুকূলতা থাকে ? যিমান এড্‌জস্টমেন্ট ল'ব পাৰিবা, সিমান শক্তি বাঢ়িব আৰু অশক্তিৰ (অক্ষমতাৰ) হ্ৰাস (নাশ) হ'ব। সঠিক বোধশক্তিতো তেতিয়াই আহিব, যেতিয়া সমস্ত উলটা (ভ্ৰান্ত) বোধ শক্তিৰ তালা লাগি যাব (দূৰ হ'ব)।

নম্ৰ স্বভাৱৰ লোকৰ সৈতে তো প্ৰত্যেকই এড্‌জেস্ট হ'ব কিন্তু টেড়া (অভদ্ৰ, নীচ, মন্দ, অভাল), নিৰ্দয় (নিষ্ঠুৰ), গৰম স্বভাৱ (খঙাল প্ৰকৃতি)ৰ লোকৰ সৈতে, সকলোৰে সৈতে এড্‌জাস্ট হ'ব পাৰিব তেন্তেহে কাৰ্য্য সিদ্ধি হ'ব। কিমানে নিলৰ্জ্জ (নিলাজ, নীচ) মানুহ কিয় নহওঁক কিন্তু তেওঁৰ সৈতে এড্‌জস্ট হ'বলৈ জানে, মনৰ স্থিৰতা নেহেৰায় (বুদ্ধি ভ্ৰষ্ট নহয়) তেন্তেহে কামৰ। খং কৰিলে (ক্ৰোধ কৰা, জ্বলি উঠা) তেন্তে নচলিব। জগতৰ কোনো বস্তুৱে আমাক 'ফিট'(অনুকূল) নহ'ব। আমিয়ে তাক 'ফিট' হৈ যাওঁ তেনেহলে সংসাৰ সুন্দৰ আৰু তাক 'ফিট' কৰিব যোৱা তেন্তে সংসাৰ অসুন্দৰ (বেয়া)। এইকাৰণে এড্‌জস্ট এভ্ৰীবিহেয়াৰ।

প্ৰয়োজন হোৱাত সন্মুখৰজন টেড়া (অভদ্ৰ, নীচ, মন্দ) হয়, পিচতো আমি তাক সন্তুষ্ট কৰি ল'ব লাগে। স্টেশ্বনত শ্ৰমিক (বনুৱা, মজদুৰ) ৰ প্ৰয়োজন হয় আৰু সি আওঁকান কৰে, (শুনিও নুশুনাৰ ভাওঁ জোৰে) পিচতো তাক চাৰি টকা বেছি দি সন্তুষ্ট কৰিব লাগে আৰু সন্তুষ্ট নহ'লে সেইটো বেগ আমি নিজেয়ে উঠাব লাগিব নহয়!

## অভিযোগ (আপত্তি, দোষ বৰ্ণন)? নহয়, 'এড্‌জস্ট'

ঘৰতো এড্‌জস্ট হোৱা আহিব লাগে। আমি সৎসঙ্গৰ পৰা পলমকৈ ঘৰ উভতিলে তেন্তে গৃহস্থনী কি ক'ব? 'অলপ হ'লেও সময়ৰ হিচাব তো হ'ব লাগে নহয়?' এইকাৰণে আমি সোনকালে ঘৰলৈ যাওঁ তেন্তে তাত কি ভুল? এনেকৈ মাৰ (আঘাত) খোৱাৰ সময় কিয় আহিল ? কিয়নো আগতে অনেক অভিযোগ (আপত্তি, দোষ বৰ্ণন) কৰিছিল। তাৰে এইটো পৰিণাম (ফল) আহিছে। সেইটো সময়ত সত্বাত আহিছিল, তেতিয়া অভিযোগেই অভিযোগ কৰা কৰিছিল। এতিয়া সত্বাত নাই, এইকাৰণে অভিযোগ নকৰাকৈ থাকিব। এই কাৰণে এতিয়া 'প্লাস-মাইনস' কৰি দিয়া। ইয়াৰ সলনি (ঠিক) ফৰিয়াদী (আপত্তি কৰোঁতা,দোষ বৰ্ণন কৰোঁতা) য়ে নহ'ব, তাত কি ক্ষতি? আমি ফৰিয়াদী হওঁ তেন্তেহে অভিযুক্ত (দোষাৰোপিত, জগৰত পৰা) হোৱাৰ সময় আহিব নহয়? আমি তো অভিযুক্তও হ'ব নালাগে আৰু ফৰিয়াদীও হ'ব নালাগে। সন্মুখৰ জনে গালি (দুৰ্বচন) দি গ'লে, সেইটো জমা কৰি ল'ব। ফৰিয়াদী হ'বয়ে নালাগে। আপোনাৰ কি লাগে? ফৰিয়াদী হোৱা উচিত নে? যদি সেইটোৰ সলনি আগৰ পৰায়ে এড্‌জস্ট হৈ যাওঁ তেন্তে কি ভুল?

ঘৰত স্বামী-স্ত্ৰী দুয়ো নিশ্চয় কৰে যে আমি 'এড্‌জস্ট' হম, তেন্তে উভয়ৰ সমস্যা সমাধান হৈ যায়। তেওঁ অধিক টনা-টনি কৰে, তেতিয়া আমি 'এড্‌জস্ট' হৈ যাওঁ, তেন্তে সমাধান ওলাব। এজন মানুহৰ হাতত পীড়া (দুঃখ, কষ্ট, ব্যথা) হৈ আছিল, কিন্তু তেওঁ অন্যক কোৱা নাছিল আৰু দ্বিতীয় হাতেৰে সেইটো হাতক ডবাই 'এড্‌জস্ট' কৰিছিল। এনেকৈ 'এড্‌জস্ট' হৈ যায়, তেতিয়াহে সমাধান ওলাব। এই 'এড্‌জস্ট এভ্ৰীবিহেয়াৰ' নহয় তেন্তে পাগল হৈ যাব। সন্মুখৰ জনক বিৰক্ত কৰিছিল, এই কাৰণতে পাগল হৈছে।

যিয়ে 'এড্‌জস্ট' হোৱাৰ কলা (বিদ্যা) শিকিছে, তেওঁ সংসাৰৰ পৰা, মোক্ষৰ ফালে ঘূৰি গৈছে। 'এড্‌জস্টমেন্ট' হ'ল তাৰ নামে জ্ঞান। যিয়ে 'এড্‌জস্টমেন্ট' শিকিছে তেওঁ পাৰ হৈ গৈছে।

পত্নীয়ে আহাৰ ৰান্ধিছে , তাত ভুল-চুক উলিয়াই তো সেইটো আমাৰ ভুল। এনেকুৱা কৰিব নালাগে। যেন নিজে কেতিয়াও ভুলে নকৰে, এনেকৈ কথা কয়। হাউ টু 'এড্‌জস্ট' ? 'এড্‌জস্টমেন্ট' ল'ব লাগে। যাৰ সৈতে সদায় থাকিব লাগিব, তেওঁৰ সৈতে 'এড্‌জস্টমেন্ট' ল'ব নালাগে নে ? আমাৰ পৰা কাৰোবাৰ দুঃখ হয়, তেন্তে সেইটো ভগৱান মহাবীৰৰ ধৰ্ম কেনেকৈ ক'ব? আৰু ঘৰৰ মানুহক তো দুখ (সন্তাপ) দিবয়ে নালাগে।

## ঘৰ এখন বাগিচা

কাৰোবাৰ ৰাতি দেৰীকৈ (পলম) শুৱাৰ অভ্যাস হয় আৰু কাৰোবাৰ সোনকালে শুৱাৰ অভ্যাস হয়, তেওঁলোক দুয়োৰে মিল (সমন্বয়) কেনেকৈ হ'ব? আৰু পৰিবাৰত সকলো সদস্য লগত থাকে তেন্তে কি হ'ব ? ঘৰত কোনোবা এনেকৈ কওঁতাও ওলাই যায় যে আপুনি নিৰ্বোধ হয়। তেতিয়া আমি এইদৰে বুজি ল'ব লাগিব যে এওঁ এনেকৈয়ে কয়। এইকাৰণে আমি এড্‌জষ্ট হৈ যাব লাগে। ইয়াৰ সলনি যদি আমি প্ৰত্যুত্তৰ দিওঁ তেন্তে ভাগৰি যাব। কিয়নো তেওঁতো আমাৰ সৈতে খুন্দিয়ালে, যদি আমিও তেওঁৰ সৈতে খুন্দিয়াও তেন্তে আমাৰো চকু নাই এইটো প্ৰমাণিত হৈ গ'ল, নহয় নে ?

মই (তো প্ৰত্যেক মানুহৰ) প্ৰকৃতি চিনি পাওঁ। এইকাৰণে আপুনি মোৰ সৈতে খুন্দিয়াব বিচাৰে তেনেহ'লেও মই খুন্দিয়াব নিদিও, মই আঁতৰি যাম। নহ'লে দুয়োৰে এক্সিডেন্ট হৈ যাব আৰু দুয়োৰে স্পেয়ৰপাৰ্ট্‌স ভাঙি যাব। কাৰোৱাৰ বম্পৰ ভাঙি যায় তেতিয়া ভিতৰত বহি থকা সকলৰ কি অৱস্থা হৈ যাব? বহি থকা সকলৰ তো বেয়া অৱস্থা হৈ যাব নহয়! এই কাৰণে প্ৰকৃতি চিনিব লাগিব। ঘৰত প্ৰত্যেকৰ প্ৰকৃতি চিনি ল'ব লাগিব।

এই সংঘাত কি সদায় হয় নে ? সেইবোৰতো যেতিয়া আমাৰ কৰ্মৰ উদয় হয় তেতিয়াহে হয়, সেই সময়ত আমি 'এড্‌জষ্ট' হ'ব লাগিব। ঘৰত পত্নীৰ সৈতে কাজিয়া হয় যদি তাৰ পিচত তেওঁক হোটেলত লৈ যাই খুৱাই আনন্দিত কৰি দিবা। তাঁতা (অনবৰত চলি থকা) থাকিব নালাগে।

যিও কাঁহিত আহে সেইটো খাই ল'ব। যি সন্মুখত আহিছে সেইটো সংযোগ আৰু ভগৱানে কৈছে যে সংযোগক ধাক্কা দিলে তেন্তে সেইটো ধাক্‌কা তোমাকে লাগিব। এইকাৰণে মোৰ কাঁহিত মোৰ ৰুচি নথকা বস্তু থোৱা থাকে, তেন্তেও তাৰ পৰা দুটা বস্তু (অলপ কিছু) মই খাই লওঁ। নখোৱাত দুয়োৰে সৈতে কাজিয়া (বিবাদ) হ'ব। একতো, যোনে ৰান্ধিছে তেওঁৰ সৈতে বিবাদ হ'ব, অনাদৰ হ'ব আৰু দ্বিতীয়, খোৱাৰ বস্তুৰ সৈতে। খোৱাৰ বস্তুই কি ক'ব যে 'মই কি দোষ কৰিছোঁ? মই সন্মুখত গৈ তোৰ ওচৰলৈ আহিছোঁ, তই মোৰ অনাদৰ কিয় কৰিছা ? তোৰ ঠিক লাগে সিমান লোৱা, কিন্তু মোৰ অনাদৰ নকৰিবা।' এতিয়া আমি কি তেওঁৰ সন্মান কৰিব নালাগে নে ? মই তো ৰুচিকৰ নহোৱা বস্তুও পৰিবেশন (বিলাই দিয়া কাৰ্য্য, ভাত বঢ়া কাৰ্য্য, যোগান ধৰা কাৰ্য্য) কৰে, তেতিয়াও মই তেওঁৰ সন্মান কৰোঁ।

যিয়ে ‘এড্‌জস্ত ’ হ’ব নাজানে, সেইজন মানুহক মানুহ কেনেকৈ ক’ব? সংযোগক বশ হৈ ‘এড্‌জস্ত’ হৈ যায়, সেইখন ঘৰত একোও বিবাদ নহ’ব। মইও হীৰাবাৰ সৈতে ‘এড্‌জস্ত’ হৈ আছিলোঁ নহয়! তাৰ লাভ উঠোৱা (লৰলৈ) হয় তো ‘এড্‌জস্ত ’ হৈ যাওঁক। এইটো তেন্তে কোনোও হিত (লাভ) নহয় আৰু ওপৰঞ্চি শত্ৰুতা বান্ধে সেইটো বেলেগ!

প্ৰত্যেক ব্যক্তিৰ জীৱনত কিবা প্ৰিন্সিপল (সিদ্ধান্ত) থাকিবয়ে লাগে। পিচতো সংযোগানুসৰি ব্যৱহাৰ কৰিব লাগে। সংযোগৰ সৈতে ‘এড্‌জস্ত ’ হৈ যায়, তেওঁৰ নাম মানুহ। যোনে প্ৰত্যেক সংযোগত ‘এড্‌জস্তমেন্ট ’ ল’ব পাৰে তো তেওঁ অন্ততঃ মোক্ষত যাব পাৰে, এনেকুৱা এইটো অদ্ভুত (বিলক্ষণ) অস্ত্ৰ।

## উলটাক চিধা (সৰল-সুগম) কৰে, সেইটোৱেই সমকিতী

সমকিতীৰ নিচান (চিন, প্ৰমাণ) কি? তেতিয়া কওঁ যে, ঘৰৰ সকলো মানুহে কিবা উলটা কৰি দিয়ে, পিচতো তেওঁ সেইটোক শুদ্ধ কৰি দিয়ে। প্ৰত্যেক কথাত (কাৰ্য্যত) সৰলে (চিধা, সুগম) কৰা এইটো সমকিতীৰ নিচান (চিন, লক্ষণ)। মই এই জগতৰ বহুত সূক্ষ্ম অনুসন্ধান কৰিছিলোঁ। অন্তিম প্ৰকাৰৰ অনুসন্ধানৰ পাচত মই এই সকলো কথা কৈছোঁ। ব্যৱহাৰত কিদৰে থাকিব লাগে, সেইটোও শিকাও আৰু মোক্ষত কেনেকৈ যাব পাৰিব, এইটোও কওঁ। আপোনাৰ বাধা-বিঘিনি কেনেকৈ কম হয়, এইটোৱেই মোৰ উদ্দেশ্য।

আমাৰ কথা সন্মুখৰজনক ‘এড্‌জস্ত’ হ’বয়ে লাগে। আমাৰ কথা সন্মুখৰজনক ‘এড্‌জস্ত ’ নহয় তেন্তে সেইটো আমাৰে ভুল। ভুল সংশোধন কৰিব তেন্তে ‘এড্‌জস্ত’ হ’ব। বীতৰাগৰ কথা, ‘এভ্ৰীবিহেয়াৰ এড্‌জস্তমেন্টৰ’ হয়। ‘ডিস এড্‌জস্তমেন্টে ’ মূৰ্খতা। ‘এড্‌জস্তমেন্টক’ মই ন্যায় কৈছোঁ। আগ্ৰহ-দুৰাগ্ৰহক, ন্যায় নকয়।

এতিয়ালৈ এজনো মানুহ মোৰ পৰা ডিসএড্‌জস্ত হোৱা নাই আৰু এই মানুহবোৰক তো ঘৰৰ চাৰিজন সদস্যও এড্‌জস্ত নহয়। এইটো এড্‌জস্ত হোৱা আহিব নে নাহে ? এনে (আপোনাৰ দ্বাৰা) হ’ব পাৰিব নে নোৱাৰিব? আমি যেনেকুৱা ধৰণৰ নিৰীক্ষণ কৰোঁ তেনেকুৱা তো আমাৰ আহিব লাগে, নহয় নে? এই জগতৰ নিয়ম কি যে যেনেকুৱা আপুনি নিৰীক্ষণ কৰিব, সিমানতো আপোনাৰ আহিয়ে যাব। তাত শিকিব লগা বিধৰ নাথাকে।

সংসাৰত আৰু একো নাজানে তেনেহ’লেও কোনো ক্ষতি নাই, বেপাৰ-ব্যৱসায় কৰা কম আহে তো ক্ষতি (হানি, লোকচান) নাই, কিন্তু ‘এড্‌জস্ত ’ হোৱা আহিব লাগে। অৰ্থাৎ তাৎপৰ্য্য এইটোৱেই যে এডজস্ত হোৱা শিকি ল’ব লাগে। এই যুগত যিজনে ‘এড্‌জস্ত ’ হ’ব নাজানে তেন্তে তেওঁ নিহত হ’ব। এইকাৰণে যেনেকৈও হয় নিজৰ কাম সিদ্ধি কৰি লয় যেন।

*****

# সংঘাত এৰি চলিব

## সংঘৰ্ষত নাযাব

'কোনোলোকৰ সৈতে সংঘাতত নাযাব আৰু সংঘাত এৰি চলিব।' মোৰ এই সূত্ৰৰ যদি পালন কৰিবা তেন্তে শেষত মোক্ষলৈ যাব।

মোৰ এটাই বাক্যৰ যদি কোনোবাই পালন কৰে তেনেহ'লে তেওঁ মোক্ষতে যাব। অৰে, মোৰ এটাই সূত্ৰ, যেনে হয় তেনেকৈ, সম্পূৰ্ণৰূপে আত্মস্থ কৰি লয় তেন্তেও মোক্ষ হাতত আহি যাব, এনেকুৱা। কিন্তু সেইটো যেনে হয় তেনেকৈ আত্মস্থ কৰি ল'বা।

মোৰ এই সূত্ৰৰ এক দিনো পালন কৰে তেন্তে অদ্ভুত (বিলক্ষণ) শক্তি উৎপন্ন হ'ব! ভিতৰত ইমান খিনি বিধৰ শক্তি আছে যে কোনোবাই কোনেকৈও সংঘাত কৰিবলৈ আহে, পিচতো সেইটো এৰি চলিব পাৰে।

যদি ভুলতো তুমি কাৰোবাৰ সৈতে সংঘাতত আহা তেন্তে সেইটোৰ সমাধান কৰি ল'বা। সৰলতাৰে, সেইটো সংঘাতৰ পৰা কোনো ঘৰ্ষণ নকৰাকৈ ওলাই যাবা।

## ট্ৰেফিকৰ লো (নিয়ম) দ্বাৰা সংঘাতৰ নিবাৰণ

প্ৰত্যেক সংঘাতত সদায় উভয়ৰ হানি হয়। আপুনি সন্মুখৰজনক দুখ দিব, তো লগে লগে আপুনিও দুখ নপোৱাকৈ নাথাকে। এইবোৰ সকলো সংঘাত। এইকাৰণে মই এইটো উদাহৰণ দিছোঁ যে ৰাস্তাৰ ওপৰৰ ট্ৰেফিকৰ ধৰ্ম কি, যে সংঘাত কৰিবা তেন্তে নিহত হ'বা। সংঘাতত বিপদ। এইকাৰণে কাৰো সৈতে সংঘাত কৰিব নালাগে। এই ধৰণে ব্যৱহাৰিক কামতো সংঘাত নকৰিব। সংঘাতত বিপদে হয় সদায়।

যদি কোনোবা মানুহে কাজিয়া কৰিবলৈ আহে আৰু বোম-গোলা যেন শব্দ ওলায় তেতিয়া আমি বুজিব লাগে যে সংঘাত এৰি চলিব লাগিব। আমাৰ মনৰ ওপৰত একেবাৰে প্ৰভাৱ নপৰে, পিচতো কেতিয়াবা হঠাৎ কোনো প্ৰভাৱ পৰি যায় তেতিয়া আমি বুজিব লাগিব যে সন্মুখৰজনৰ মনৰ প্ৰভাৱ আমাৰ ওপৰত পৰিছে, তেতিয়া আমি আঁতৰি যাব লাগে। এইবোৰ সকলো সংঘাত। যেনেকৈ-যেনেকৈ এইটো বুজিব, তেনেকৈ সংঘাত এৰি চলিব পাৰিব। সংঘাত এৰি চলাত মোক্ষ হয়।

সংঘাত দ্বাৰা এইখন জগতৰ সৃষ্টি হৈছে। সেইটো ভগৱানে, 'শত্ৰুতাৰ দ্বাৰা সৃষ্টি হৈছে' এনেকৈ কৈছে। প্ৰত্যেক মানুহে, অৰে, জীৱ মাত্ৰই শত্ৰুতা ৰাখে। অত্যাধিক হ'লে তেওঁ শত্ৰুতা নৰখাকৈ নাথাকে। পিচত লাগে সেইটো সাঁপ হওঁক, বৃশ্চিক হওঁক, বলদ হওঁক, মটা ম'হ হওঁক বা লাগে যিয়ে হওঁক, শত্ৰুতা ৰাখিব। কিয়নো প্ৰত্যেকৰ ভিতৰত আত্মা আছে। আত্মশক্তিও প্ৰত্যেকৰ ভিতৰত সমান আছে। কাৰণ এইটোৱেই যে এই পুতগল (শৰীৰ) ৰ দুৰ্বলতাৰ কাৰণে সেইটো সহ্য কৰিব লগাত পৰে। কিন্তু সহ্য কৰাৰ লগতে সি শত্ৰুতা নৰখাকৈ নাথাকে আৰু আগৰ জন্মত সি তেওঁৰ সৈতে শত্ৰুতা আদায় কৰে।

কোনোবা মানুহে অধিক কথা কয় যদি তেওঁৰ কেনেকুৱাও বাণী (কোৱা কথা) হয়, আমাৰ সংঘৰ্ষ হ'ব নালাগে। এইটোৱেই ধৰ্ম। হয়, বাণী কেনেকুৱাও হয়! কোনো বাণীৰ এনেকুৱা চৰ্ত্ত নাথাকে যে 'সংঘাতে কৰিব'। এই বিলাক তো (দ্বিতীয় দিন) ৰাতিপুৱা পৰ্য্যন্ত সংঘাত কৰে এনেকুৱা মানুহ হয়। আৰু আমাৰ কাৰণে সন্মুখৰ জনৰ বাধা-বিঘিনি হয়, এনেকৈ কোৱা আটাইতকৈ ডাঙৰ গুনাহ। উলটা কোনোবাই এনেকৈ কথা কয় তো সেইটো এৰি দিয়া, তেওঁকেই মানুহ কয়।

## সহ্য নকৰিব, সোল্যুশন আনক

সংঘাত এৰি চলা অৰ্থাৎ সহ্য কৰা এনেকুৱা নহয়। সহ্য কৰিব তেন্তে কিমান কৰিব ? সহ্য কৰা আৰু 'স্প্ৰিং' ডবোৱা সেইবোৰ দুয়োটা একেই হয়। 'স্প্ৰিং কিমান দিন ডবাই থাকিব ?' এইকাৰণে সহ্য কৰাতো নিশিকিবয়ে। সোল্যুশন আনা শিকিব। অজ্ঞান অৱস্থাত তো সহ্য কৰায়ে হয়। পিচত একদিন 'স্প্ৰিং'জপিয়াই আৰু সকলো ছিটিকাই দিয়ে, কিয়নো প্ৰকৃতিৰ নিয়মে এনেকুৱা।

অন্যৰ নিমিত্ত দ্বাৰা যি কিবা সহ্য কৰিব লগাত পৰে, সেইটো আমাৰে হিচাপ হয়। কিন্তু আমি নাজোনা যে কোন বহী -খাতাৰ আৰু ক'ৰ মাল, এই কাৰণে আমি এইদৰে মানো যে এইজনে নতুন মাল ধাৰ দিয়া আৰম্ভ কৰিছে। নতুন মাল কোনোৱে ধাৰ দিয়ায়ে নাই, দিয়া হোৱাই উভতি আহে। এইটো যি আহিছে , সেইটো মোৰে কৰ্মৰ উদয়ত আহিছে, সন্মুখৰ জনতো নিমিত্ত হয়।

## সংঘাত হয়, নিজৰে ভুলত

এই সংসাৰত য'ত কৰবাতো সংঘাত হয়, সেইটো আপোনাৰে ভুল, সন্মুখৰ জনৰ ভুল নহয়। সন্মুখৰজনে তো সংঘাত কৰিবয়ে। 'আপুনি কিয় সংঘাত কৰিছে?' তেতিয়া কয়, 'সন্মুখৰ জনে সংঘাত কৰিছে এইকাৰণে।' তেনেহ'লে আপুনিও অন্ধ আৰু তেওঁও অন্ধ!

সংঘাত হ'ল এইকাৰণে আমি নিৰীক্ষণ কৰিব লাগে যে 'এনেকুৱা মই কি কৈছিলোঁ যে এইটো সংঘাত হৈ গ'ল?' নিজৰ ভুল দেখা পাই (জ্ঞাত হয়) তেন্তে সমাধান হৈ যায়। আকৌ পজ্‌ল সোল্‌ভ হৈ যায়। নহ'লে যেতিয়ালৈ আমি 'সন্মুখৰ জনৰ ভুল' এনেকৈ বিচাৰিব যাওঁ তেন্তে কেতিয়াও এই পজ্‌ল সোল্‌ভ নহ'ব। 'নিজৰে ভুল' এনেকৈ স্বীকাৰ কৰিব সেই সময়তেই এই জগতৰ পৰা মুক্তি হ'ব। অন্য কোনো উপায়ে নাই। অন্য সকলো উপায় আটকাই ৰাখিব আৰু উপায় কৰা, সেইটো আমাৰ সূক্ষ্ম অহংকাৰ। উপায় কি কাৰণে বিচাৰিছে ? সন্মুখৰ জনে আমাৰ ভুল উলিয়াই তেতিয়া আপুনি এনেকৈ ক'ব যে 'মই তো আগৰ পৰায়ে টেঢ়া (অভাল) হওঁ।'

সংঘাত আমাৰ অজ্ঞানতা। কাৰোবাৰ সৈতে সংঘাত হয়, তেন্তে সেইটো আমাৰ অজ্ঞানতাৰ পৰিচয় (চিন)। সঁচা-মিছা ভগৱানে নেচাই। ভগৱানে তো এইটোৱেই চাই যে, 'কোনোবাই কিবাও কয় কিন্তু কৰবাত সংঘাত তো কৰা নাই নহয় ? তেতিয়া কয়, 'নাই'। যথেষ্ট, মোক ইমান খিনিয়ে লাগে।

যদি এজন বালকে শিল মাৰে আৰু তেজ ওলাই, তেতিয়া বালকক কি কৰিব? খং কৰিব। আপুনি গৈ আছে আৰু পাহাৰৰ ওপৰৰ পৰা এটা শিল পৰিল, আপোনাৰ সেইটো আঘাত লাগিল আৰু তেজ ওলাল, তেতিয়া পিচত কি কৰিব? খং কৰিব? নহয়। তাৰ কি কাৰণ? সেইটো পাহাৰৰ ওপৰৰ পৰা পৰিছে। এইটো শিল পাহাৰৰ ওপৰৰ পৰা পৰিছে ,সেইটো কোনে কৰিছে? আৰু তাত ল'ৰাজনে শিল মাৰাৰ পিচত অনুতাপ (পাশ্চাতাপ) কৰি থাকে যে মোৰ দ্বাৰা এইটো কি হৈ গ'ল!

## সাইন্স, বুজিব লগা বিধৰ

প্ৰশ্নকৰ্তা ঃ আমি ক্লেশ (কাজিয়া) কৰিব নোখোজো কিন্তু সন্মুখৰ পৰা কোনোবাই আহি কাজিয়া কৰে, তেতিয়া কি কৰিম ?

দাদাশ্ৰী ঃ এই বেৰৰ সৈতে কাজিয়া কৰিব, তেন্তে কিমান সময় কাজিয়া কৰিব? এই বেৰৰ সৈতে একদিন মূৰ খুন্দিয়ালে তেতিয়া আপুনি তাৰ সৈতে কি কৰিব? মূৰ খন্দিয়ালে এইকাৰণে আমাৰ বেৰৰ সৈতে যুদ্ধ হৈ গ'ল, এতিয়া কি বেৰক মাৰিব ? এনেকৈয়ে এই বিলাক যিয়ে যথেষ্ঠ ক্লেশ (কাজিয়া) কৰোৱায়, সেইবোৰ সকলো বেৰ হয়। ইয়াত সন্মুখৰ জনক কি চাব, আমি নিজকে নিজে বুজিব লাগিব যে এইবোৰ বেৰৰ সমান (তুল্য , নিচিনা) হয়, এইদৰে বুজাৰ পিচত কোনো দুখ (কষ্ট) নহয়।

এই বেৰৰ আমাৰ সৈতে যুদ্ধ কৰাৰ সত্বা আছেনে? এনেকৈয়ে সন্মুখৰ জনৰ বাবেও। কিন্তু তেওঁৰ নিমিত্ত দ্বাৰা যি সংঘাত হয়, সেইটোতো হ'বয়ে। সেইটোৰ পৰা বাচিব নোৱাৰে। অনাহকত হাই-উৰুমি বিয়পাৰ কি অৰ্থ ? তেওঁৰ হাতত সত্বায়ে নাই। এই কাৰণে আপুনিও বেৰৰ যেন হৈ যাওঁক! আপুনি পত্নীক ধমকি দি থাকে কিন্তু তেওঁৰ ভিতৰত যি ভগৱান বহি আছে, তেওঁ নোট কৰিছে যে এওঁ মোক ধমকি দিয়ে। আৰু যদি তেওঁ আপোনাক ধমকি দিয়ে তেতিয়া আপুনি বেৰৰ যেন হৈ যাওঁক তো আপোনাৰ ভিতৰত বহি থকা ভগৱানে আপোনাক 'হেল্প' (সহায়) কৰিব।

কাৰোবাৰ সৈতে মতভেদ হোৱা আৰু বেৰৰ সৈতে খুন্দা খোৱা এই দুয়োটা কথা সমান। দুয়োৰে মাজত ভেদ নাই। বেৰৰ সৈতে যি সংঘাত হয়, সেইটো নেদেখাৰ কাৰণে সংঘাত হয় আৰু মতভেদ হয়, সেইটোও নেদেখাৰ কাৰণে মতভেদ হয়। আগৰ (সন্মুখত, আগলৈ) তেখেতে দেখা নাপায়, আগৰ তেখেতে সোল্যুশন নাপায়, এই কাৰণে মতভেদ হয়। এই ক্ৰোধ - মান- মায়া -লোভ কৰিছে, সেইবোৰ নেদেখাৰ কাৰণেয়ে সকলোৱে কৰিছে। তো এনেকৈ এইটো কথা বুজিব লাগিব। যি জনে আঘাত পালে তেওঁৰ দোষ, বেৰৰ ইয়াত কি দোষ? এনেকৈ এই জগতত সকলো বেৰয়ে হয়। বেৰৰ সৈতে খুন্দা খোৱাত তাৰ সৈতে কটুকথা কৰিবলৈ আমি নেযাওঁ, নহয় নে ? 'এইটো মোৰ সঁচা' এনেকৈ কাজিয়া (যুদ্ধ) কৰাৰ ঝঞ্চটত আমি নপৰোঁ, নহয় ? এনেকৈ সকলো বেৰৰ সমানে হয়। তেওঁৰ সৈতে অসত্য বা সত্য (শুদ্ধ বা অশুদ্ধ) মনোৱাৰ (সন্মত কৰোঁৱা) প্ৰয়োজন নাই।

এই সংঘাতৰ পৰা এতিয়াতো দুখ হ'লৈ কিন্তু গোটেই দিনটো দুৰৱস্থাত (অধঃপতন, অধোগতি) যায় আৰু আগৰ জন্মত আকৌ মানৱতায়ে নাথাকে। মানৱতা তো কেতিয়া থাকিব যে সাধুতা হ'ব তেন্তেহে মানৱতা থাকিব। কিন্তু পশুতুল্য হয়, বাৰে-বাৰে ঘোচা লগাই, বাৰে-বাৰে শিং মাৰি থাকে, আকৌ তাত মানৱতা আহিব পাৰেনে ?

## সংঘাত , অজ্ঞানতায়ে হয় নিজৰ

সংঘাত হোৱাৰ কাৰণ কি ? অজ্ঞানতা। যেতিয়ালৈ কাৰোবাৰ সৈতে মতভেদ হয়, সেইটো আপোনাৰ নিৰ্বলতাৰ চিন। অন্য মানুহৰ ভুল নহয়, মতভেদত ভুল আপোনাৰ অন্য মানুহৰ ভুল নহয়ে। তেওঁ জানি-বুজিও কৰে তো আমি তাত ক্ষমা খুজি ল'ব লাগে যে, 'ভাই, এইটো মই বুজি পোৱা নাই।' অন্যথা মানুহে ভুল নকৰেয়ে। মানুহে মতভেদ হ'বলৈ দিয়ে, এনেকুৱা নহয়ে । যি ঠাইত সংঘাত হৈছে, তাত নিজৰে ভুল।

## ঘৰ্ষণত ক্ষয়, শক্তিবোৰ

ঘৰ্ষণত সমস্ত আত্মশক্তি সমাপ্ত হৈ যায়। সংঘৰ্ষ কৰি অলপো সংঘাত কৰে তেন্তে শেষ। সন্মুখৰ জনে সংঘাত কৰে, তেতিয়া আমি সংযম ৰাখিব লাগে। সংঘাত তো হ'বয়ে নালাগে। পিচত লাগিলে এইটো শৰীৰো যায় তো যাওঁক, কিন্তু সংঘাতত যাৰ নালাগে। একমাত্ৰ ঘৰ্ষণ নহয়,তেনেহ'লে মানুহে মোক্ষত যাৰ পাৰে। কোনোৱে ইমান খিনিয়ে শিকি লয় যে 'মই ঘৰ্ষণত নেযাওঁ', তেন্তে আকৌ তেওঁক গুৰু বা কাৰো প্ৰয়োজন নাই। এটা বা দুটা জন্মত বিনা বাধাই মোক্ষত যাৰ। 'ঘৰ্ষণৰ ভিতৰত নপৰোঁ' এনেকৈ যদি তেওঁৰ শ্ৰদ্ধাত বহি গৈছে আৰু নিশ্চয় কৰি লয়, তেতিয়াৰ পাৰাই তেওঁ সমকিতী (যাৰ আত্মসাক্ষাৎকাৰ হৈছে) হৈ গ'ল ! অৰ্থাৎ যদি কাৰোবাক সমকিত কৰিব বিচাৰে, তেনেহ'লে মই গাৰন্টী দিওঁ যে আপুনি ঘৰ্ষণ নকৰাৰ নিশ্চয় কৰি লওঁক, তেতিয়াৰ পৰা সমকিত হৈ যাৰ। দেহৰ সংঘাত হৈছে আৰু কিবা আঘাত হৈছে তো ঔষধ প্ৰয়োগ কৰাত সুস্থ হৈ যাৰ। কিন্তু ঘৰ্ষণ আৰু সংঘৰ্ষণ দ্বাৰা মনত যি দাগ লাগিছে , বুদ্ধিত দাগ লাগিছে, সেইটো কোনে উলিয়াৰ ? হেজাৰ জনমতো এইবোৰ দাগ নাযাৰ।

আগতে যি ঘৰ্ষণ হৈছিল আৰু সেইটোৰ পৰা যি লোকচান হৈছিল তেৱেঁই সন্মুখত আহে। কিন্তু এতিয়া যদি নতুন ঘৰ্ষণ উৎপন্ন কৰে, তেন্তে আকৌ শক্তি সমাপ্ত হৈ যাৰ। অহা শক্তিও গুচি যাৰ, আৰু আমি ঘৰ্ষণ হ'বয়ে নিদিও তো শক্তি উৎপন্ন হৈ থাকিব।

এই জগতত শত্ৰুতাৰ পৰা ঘৰ্ষণ হয়। সংসাৰৰ মূল বীজ শত্ৰুতা। যাৰ শত্ৰুতা আৰু ঘৰ্ষণ দুয়োটা বন্ধ হৈ গৈছে, তেওঁৰ মোক্ষ হৈ গ'ল। প্ৰেম বাধক নহয়, শত্ৰুতা যায় তো প্ৰেম উৎপন্ন হ'ব।

# কোমনসেন্স, এবৰীবিহেয়ৰ এপ্লিকেবল

যদিও কোনোবাই আমাৰ সৈতে সংঘাত কৰে কিন্তু আমি কাৰো সৈতে সংঘাত নকৰোঁ, এইদৰে থাকোঁ তেন্তে ‘কোমনসেন্স’ উৎপন্ন হ’ব। কিন্তু আমি কাৰো সৈতে সংঘাত কৰিব নালাগে, নহ’লে ‘কোমনসেন্স’ গুচি যায়। নিজৰ তৰফৰ পৰা ঘৰ্ষণ হ’ব নালাগে। সন্মুখৰ জনৰ সৈতে ঘৰ্ষণত ‘কোমনসেন্স’ উৎপন্ন হয়। আত্মাৰ শক্তি এনেকুৱা যে ঘৰ্ষণৰ সময়ত কিদৰে ব্যৱহাৰ কৰিব, তাৰ সমস্ত উপায় দেখুৱায় দিয়ে আৰু একবাৰ দেখোৱাৰ পিচত সেইটো জ্ঞান নেযায়। এনেকৈ কৰোঁতে - কৰোঁতে ‘কোমনসেন্স’ বাঢ়ি যায়। কেতিয়াবা ঘৰ্ষণ হৈ যায় তেন্তে ঘৰ্ষণৰ পিচত প্ৰতিক্ৰমণ কৰাত সেইটো শুদ্ধ (নিৰ্মল, দোষ নথকা) হৈ যায়। এই কাৰণে এইটো বুজিব লাগে যে য’ত ঘৰ্ষণ হৈ যায়, তেনেহ’লে তাত প্ৰতিক্ৰমণ কৰিব লাগিব নহ’লে বহুত বিপদ।

এই বেৰৰ কাৰণে উলটা বিচাৰ আহে তেন্তে ক্ষতি (হানি) নাই, কিয়নো একপক্ষীয় লোকচান। কিন্তু কোনো জীৱিত মানুহৰ কাৰণে এটা উলটা বিচাৰ আহে তেন্তে বিপদ। দুয়ো ফালৰ পৰা লোকচান হ’ব। কিন্তু আমি তেওঁৰ প্ৰতিক্ৰমণ কৰোঁ তেতিয়া সকলো দোষ পৰিস্কাৰ (নিৰ্মল) হৈ যাৱ। এই কাৰণে য’ত -য’ত ঘৰ্ষণ হয়, তাৰ ওপৰত প্ৰতিক্ৰমণ কৰাত ঘৰ্ষণ সমাপ্ত হৈ যাৱ।

এই কাৰণে যেনেকৈও হয়, সংঘাত এৰি চলক। সংঘাত কৰি এই কালৰ তো দুৰৱস্থায়ে (দুৰ্দশা, অধঃ পতন, অধোগতি, দুখ) হয়, কিন্তু পৰলোকৰো দুৰৱস্থা হয়। যিয়ে এই কালৰ দুৰৱস্থা কৰে, তেওঁ পৰলোকৰ দুৰৱস্থা নকৰা বিণা নাথাকিব। যাৰ এইকাল সংশোধিত হ’ব , তেওঁৰ পৰলোক সংশোধিত হ’ব।

যাৰ সংঘাত নহ’ব, তেওঁৰ তিনিটা জন্মত মোক্ষ হ’ব, সেইটোৰ মই গাৰন্টী দিছোঁ। সংঘাত হৈ যোৱাত প্ৰতিক্ৰমণ কৰি ল’বা।

যেতিয়ালৈকে এইটো বিকাৰী মামলা (ঘটনা, কথা) আছে, সম্বন্ধ আছে, তেতিয়ালৈকে সংঘাত হ’বয়ে। সংঘাতৰ মূলে এইটো । যিয়ে বিষয় - বিকাৰক জিতিছে, তাক কোনোৱে হৰুৱাব নোৱাৰে। কোনোৱে তেওঁৰ নামো ল’ব নোৱাৰে। তেওঁৰ বেলেগে প্ৰভাৱ পৰে।

*****

# যি হ'ল সেইটোৱেই ন্যায়

## প্ৰকৃতিত ন্যায়ে হয় সৰ্বদা

যি প্ৰকৃতিৰ ন্যায়, তাত এৰুক্ষণেকো অন্যায় হোৱাই নাই। এৰুক্ষণেকো এই প্ৰকৃতি যি, সেইটো অন্যায়লৈ প্ৰাপ্ত হোৱা নাই। কোৰ্টত অন্যায় হ'ব পাৰে, কিন্তু প্ৰকৃতি কেতিয়াও অন্যায়ী হোৱাই নাই।

প্ৰকৃতিৰ ন্যায়ক বুজিবা যে যি হ'ল সেইটোৱেই ন্যায়, তেন্তে আপুনি এই জগতৰ পৰা মুক্তি পাৰ পাৰিব। কিন্তু প্ৰকৃতিক অলপো অন্যায়ী মানিবা তেনেহলে আপোনাৰ সংসাৰত আটকি (জঞ্জাল, সমস্যাত পৰা, জোঁট লগা) থকাৰ কাৰণে সেইটো। প্ৰকৃতিক ন্যায়ী মানা সেইটোৰ নাম জ্ঞান । 'যেনেকুৱা হয় তেনেকুৱা ' জানা, সেইটোৰ নাম জ্ঞান আৰু 'যেনেকুৱা হয় তেনেকুৱা ' নাজানা, সেইটোৰ নাম অজ্ঞান।

সংসাৰত ন্যায় বিচৰাতেই তো সমস্ত বিশ্বত যুদ্ধ হৈছে। জগত ন্যায় স্বৰূপে হয়। অৰ্থাৎ সংসাৰত ন্যায় নিবিচাৰিবয়ে। যি হ'ল সেইটোৱেই ন্যায়। যি হৈ গ'ল সেইটোৱেই ন্যায়। এই আদালত আদি সকলো হৈছে, সেইটো ন্যায় বিচাৰি আছে এইকাৰণে। অৰেৰে, কৰবাত ন্যায় হৈছে নেকি ? তাৰ সলনি 'কি হৈছে' সেইটো চোৱা ! সেইটোৱেই ন্যায়। 'ন্যায়'ৰ স্বৰূপ ( লৌকিক দৃষ্টিত ) পৃথক আৰু আমাৰ এই 'ফল'ৰ স্বৰূপ পৃথক। ন্যায় - অন্যায়ৰ ফল তো হিচাপত আহে আৰু আমি সেইটোৰ সৈতে ন্যায় জোৰা লগাৱ যাওঁ, পিচত আদালততে যাব লগা হয় নহয়!

আমি কাৰোবাক এটা গালি দিওঁ, তেতিয়া তেওঁ আমাক দুই - তিনিটা গালি দিয়ে, কিয়নো তেওঁৰ মন অমাৰ ওপৰত উতলে (উওেজিত হয়)। তেতিয়া তাক মানুহে কি কয়, 'তই তিনিটা গালি দিছা, এওঁতো এটায়ে গালি দিছিল ।' তেতিয়া তাৰ ন্যায় কি যে আমি তিনিটায়ে পাব লগা আছিলোঁ। পাচৰ লেন-দেন পৰিশোধ কৰি লব' নে কৰি নল'ব ? এনেকুৱা প্ৰকৃতিৰ ন্যায় কিয়? পাচৰ লেন-দেন হয়, তেওঁলোক আটাইকে একত্ৰিত কৰি দিয়ে। বৰ্তমানত কোনো স্ত্ৰী - স্বামীক বিৰক্ত (হাইৰাণ) কৰে, সেইটো প্ৰকৃতিৰ ন্যায়ে। তেওঁৰ স্বামী বুজে যে এইজনী স্ত্ৰী অনেক বেয়া আৰু স্ত্ৰী বুজে যে স্বামী বেয়া। কিন্তু এইটো প্ৰকৃতিৰ ন্যায়ে ।

কাৰোবাৰ পৰিশ্ৰমৰ দ্বাৰা উপাৰ্জিত ধন হেৰুৱাই, সেইটো তেন্তে এই জন্মৰ কষ্টাৰ্জিতৰ উপাৰ্জন লাগে কিন্তু আগৰো সকলো হিচাপ আছে নহয়! বহী - খাতাত হিচাপ বাকী আছে এইকাৰণে , নতুবা কোনোৱে কেতিয়াও আমাৰ কিছুও ল'ব নোৱাৰে । কাৰোবাৰ পৰা কিবা ল'ব পাৰে, এনেকুৱা কাৰো ভিতৰত শক্তিয়ে নাই আৰু কোনোবাই কিবা লৈ যায় তেনেহ'লে সেইটো আমাৰ কিবা আগৰ - পাচৰ হিচাপ আছে। এই সংসাৰত কোনো জন্ম হোৱা নাই যে যি কোৰোবাৰ ভিতৰত কিবা দখল কৰিব পাৰে, ইমান নীতিবদ্ধ (নিয়মীয়া) জগত।

## কাৰণ বুজা যায়, পৰিণামৰ পৰা

যেনেকুৱাকৈ পৰীক্ষাৰ ৰিজাল্ট আহে নহয়, এইটো ম্যাথাম্যাটিক্স (গণিত)ত একশ মাৰ্কচ্‌ৰ ভিতৰত পঁচানব্বৈ মাৰ্কচ্‌ আহিছে আৰু ইংগ্লিশত একশ মাৰ্কচ্‌ৰ ভিতৰত পঁচিশ মাৰ্কচ্‌ আহে। তেতিয়া আমি বুজি নেপাওঁ যে ইয়াত ক'ত ভুল হৈ গৈছিল ? এই পৰিণামৰ পৰা কি কাৰণত ভুল হৈছে সেইটো আমি বুজি পাওঁ, নহয় নে ? এনেকৈ এইবোৰ সকলো পৰিণাম আহি আছে। এইবোৰ সংযোগ যি সকলো প্ৰাপ্ত হৈছে ,সেইবোৰ সকলো পৰিণাম মাত্ৰ হয় । আৰু সেইটো পৰিণামৰ পৰা, কি কাৰণ আছিল, সেইটো আমি বুজি পাওঁ।

ইয়াত ৰাস্তাৰ ওপৰত অনেক মানুহৰ অহা - যোৱা হৈছে আৰু শমীবৃক্ষৰ কাঁইট এনেকৈ পোনে ঠিয় হৈ আছে, মানুহ অহা-যোৱা হৈ আছে কিন্তু কাঁইট তেনেকুৱাকৈ পৰি আছে। তেনেকৈ আমি কেতিয়াও জোতা - চপ্পল নিপিন্ধাকৈ বাহিৰলৈ ওলাই নেযাও, কিন্তু সেইদিনা খন কাৰোবাৰ তাত গৈছোঁ আৰু কোলাহল (চিঞৰবাখৰ) আৰম্ভ হয় যে চোৰ আহিছে, চোৰ আহিছে, তেতিয়া আমি খালী ভৰি দৌৰী যাওঁ আৰু কাঁইট আমাৰ ভৰিত সোমাই যায়, তো সেইটো আমাৰে হিচাপ।

কোনোবাই দুঃখ দিয়ে তেন্তে জমা কৰি ল'বা । যি আগতে দিছিল সেইয়াই ওলোটাই জমা কৰিব। কিয়নো ইয়াত বিনা কাৰণত কোনোবাই আনক দুখ দিব পাৰে এনেকুৱা নিয়ম নাই। সেইটোৰ পাচত কাৰণ হোৱা আৱশ্যক । এইকাৰণে জমা কৰি ল'ব।

## ভগৱানৰ তাত কেনেকুৱা হয়?

ভগৱান ন্যায় স্বৰূপ নহয় আৰু ভগৱান অন্যায় স্বৰূপো নহয়। কাৰো দুঃখ নহয় , সেইয়া ভগৱানৰ ভাষা। ন্যায়-অন্যায় তো লোকভাষা।

চোৰে চুৰি কৰাত ধৰ্ম মানে , দানবীৰ দান দিয়াত ধৰ্ম মানে। সেইটো লোকভাষা, ভগৱানৰ ভাষা নহয়। ভগৱানৰ তাত এনেকুৱা-তেনেকুৱা অলপো নাই। ভগৱানৰ তাত তো ইমানে যে, 'কোনো জীৱৰ দুখ্ নহয়, এইটোৱেই মোৰ আজ্ঞা।'

ন্যায়-অন্যায় তো প্ৰকৃতিয়ে চাই।বাকী সেইটো যি জগতৰ ন্যায়-অন্যায, গুনাহগাৰ (দোষী, অপৰাধী) সকলক হেল্প কৰে। মানুহে কয়, 'যাব দিয়া না বেচেৰাক! ' তেতিয়া অপৰাধীও মুক্তি পায়। 'এনেকুৱাই হয়' কয়। কিন্তু প্ৰকৃতিৰ ন্যায়, সেইটোত নিস্তাৰ (ৰেহাই) নাই। সেইটোত কাৰো নচলে।

## নিজৰ ভুলে দেখায় , অন্যায়

কেৱল নিজৰ ভুলৰ কাৰণে সমস্ত জগত বে-আইনী লাগে। কিন্তু কোনোক্ষণ বে-আইনী হোৱাই নাই। একেবাৰে ন্যায়তে থাকে। এই ঠাইৰ আদালতৰ ন্যায়ত প্ৰভেদ হ'ব পাৰে, সেইটো ভুল (অসত্য, অশুদ্ধ) ওলাই, কিন্তু এই প্ৰকৃতিৰ ন্যায়ত প্ৰভেদ নহয়।

এটা জন্মত ভাৱকৰ্ম বান্ধা যোৱাৰ পিচত পিচৰ জন্মত সেইটোৰ পৰিণাম আহে। অৰ্থাৎ তাৰ বিসৰ্জন হয়। সেইটো এই 'ব্যৱস্থিতৰ' হাতত। সেইটোৱে এক্জেক্ট্ ন্যায়ে কৰে। যি ন্যায়সংগত হয় তেনেকুৱায়ে কৰে। বাপেকে নিজৰ পুতেকক মাৰি পেলায় তেন্তেও ন্যায়ৰ ভিতৰতে আহে। পিচতো সেইটোক ন্যায় কয়। ন্যায় তো ন্যায়ে কয়, কিয়নো যেনেকুৱা পিতা-পুত্ৰৰ হিচাপ আছিল, তেনেকুৱা হিচাপ পৰিশোধ হ'ল।

কোনো দুখীয়া মানুহে লোটৰীত এক লাখ টকা জয়ী হয় নে নহয় ! সেইটোও ন্যায় আৰু কোনোবাৰ জেপ কাটিলে সেইটোও ন্যায়। কাৰোবাৰ একমাত্ৰ ল'ৰাৰ মৃত্যু হয় তেন্তেও ন্যায়ে। ইয়াত কোনেও অন্যায় কৰা নাই। ইয়াত ভগৱানৰ বা কোনো অন্যৰ অন্যায় নাই। এইটো ন্যায়ে। এইকাৰণে মই কৈছোঁ যে জগত ন্যায় স্বৰূপ হয়।

নিৰন্তৰ ন্যায় স্বৰূপতে আছে। কাৰোবাৰ একমাত্ৰ ল'ৰা মৰি যায়, তেতিয়া তেওঁৰ গৃহস্থীসকলেহে কান্দে। অন্য ওচৰে-পাজৰে থকা সকলে কিয় নাকান্দে? তেওঁলোকে নিজৰ স্বাৰ্থৰ কাৰণে কান্দে। যদি নিজে সনাতনতত্ব (আত্মস্বৰূপ) ত আছে তো প্ৰকৃতি ন্যায়ীয়ে।

আৰু এক সেকেণ্ডৰ কাৰণেও ন্যায়ত প্ৰভেদ নহয়। যদি প্ৰকৃতি অন্যায়ী হ'লে হয় তো কোনেও মোক্ষত যাব নোৱাৰিলে হয়। এনেকৈ কয় যে ভাল মানুহৰ বাধা-বিঘিনি কিয় আহে? কিন্তু (অন্য) মানুহে এনেকুৱা কোনো বাধা-বিঘিনি উৎপন্ন কৰিব নোৱাৰে! কিয়নো নিজে যদি কোনো কথাত দখল নকৰে তেন্তে কোনো শক্তি (সামৰ্থ্য) এনেকুৱা নাই যে তোমাৰ নাম লয়, কিবা অহিত (অনিষ্ট, অপকাৰ) কৰিব পাৰে। নিজৰ দখলৰ কাৰণেয়ে এই সমস্ত সংসাৰৰ সৃষ্টি হৈছে।

## জগত ন্যায় স্বৰূপ

এই জগত গপ নহয়। জগত ন্যায় স্বৰূপ। কেতিয়াও অন্যায় কৰা নাই প্ৰকৃতিয়ে। প্ৰকৃতি যি কেতিয়াবা মানুহক মাৰি পেলায়, এক্সিডেন্ট হৈ যায়, সেইয়া সকলো ন্যায়স্বৰূপে। ন্যায়ৰ বাহিৰত প্ৰকৃতি কেতিয়াও যোৱা নাই। এইটো তো বিনা কাৰণ নুবুজাৰ ঠোকমঠোক .... আৰু জীৱন-যাপনৰ কলাও নাজানে, আৰু চোৱা, চিন্তাই চিন্তা! এইকাৰণে যি হ'ল সেইটোক ন্যায় ক'বা।

'যি হ'ল সেইটোৱেই ন্যায়' বুজিবা তেন্তে পূৰা সংসাৰ পাৰ হৈ যাবা এনেকুৱা। এই জগতত এক সেকেণ্ডো অন্যায় হোৱা নাই। ন্যায়ে হৈ আছে। কিন্তু বুদ্ধি আমাক ফান্দত পেলাই যে ইয়াক ন্যায় কেনেকৈ ক'ব? এই কাৰণে মই মূল কথা ক'ব বিচাৰিছোঁ যে প্ৰকৃতিৰ এইটো আৰু আপুনি বুদ্ধিৰ পৰা পৃথক হৈ যাওঁক। অৰ্থাৎ বুদ্ধি ইয়াত ফান্দত পেলায়। একবাৰ বুজি লোৱাৰ পিচত, পুনৰ আমি বুদ্ধিৰ নুশুনো। যি হ'ল সেইটোৱেই ন্যায়। আদালতৰ ন্যায়ত ভুল-চুক হয়, উলটা-ছিধা হৈ যায় কিন্তু এই ন্যায়ত কোনো প্ৰভেদ নহয়।

'যি হ'ল সেইটোৱেই ন্যায়' নক'বা তেন্তে বুদ্ধি জঁপিওৱা-জঁপি, জঁপিওৱা-জঁপি কৰি থাকিব। অনন্ত জন্মৰ পৰা এই বুদ্ধি গোলমাল (বিমোৰ, বিবুদ্ধি) কৰিছে,

মতভেদ সৃষ্টি কৰিছে। প্ৰকৃততে কোৱাৰ অৱসৰে (সুযোগ) নাহে, আমাক কিবা কোৱাৰ অৱসৰে আহিব নালাগে। যিয়ে আগ্ৰহ এৰি দিয়ে, তেওঁ জিতিছে। তেওঁ নিজৰ জিম্মাদাৰত আগ্ৰহ ৰাখে। বুদ্ধি গ'ল এইটো কেনেকৈ জানিব (জ্ঞাত হ'ব) ? ন্যায় বিচাৰি নাযাৱ। যি হ'ল সেইটোক ন্যায় ক'ব, তেতিয়া তাক বুদ্ধি গুচি গ'ল কয়। বুদ্ধি কি কৰে? ন্যায় বিচাৰি ফুৰে। আৰু এই কাৰণে এই সংসাৰৰ সৃষ্টি হৈ আছে, এই কাৰণে ন্যায় নিবিচাৰিবা।

## ব্যৱহাৰত দুঃখ্ৰ মূল

ন্যায় বিচাৰি-বিচাৰি তো প্ৰাণ ওলাই গৈছে। মানুহৰ মনত এনেকুৱা হয় যে মই ইয়াৰ কি অনিষ্ট কৰিছোঁ, যি এওঁ মোৰ অনিষ্ট কৰে। তাত ন্যায় বিচাৰি গ'ল, তাৰ এই সকলো মাৰ পৰিছে। অৰ্থাৎ 'ন্যায়' নিবিচাৰিবা। এইটো মই সৰল-সুগম অনুসন্ধান কৰিছোঁ। ন্যায় বিচৰাৰ কাৰণে তো এই সকলৰ মাৰ পৰিছে। আৰু হৈছে পিচত সেইটোৱে। শেষত পৰিণাম সেইটোৱেই আহে। তেনেহলে আকৌ আমি আগৰ পৰায়ে কিয়নো বুজি নলওঁ? এইটো তো কেৱল অহংকাৰৰ দখলদাৰি!

বাৰিষা বৰষুণ নহয়, সেইটোও ন্যায়। তেতিয়া খেতিয়কে কি ক'ব ? ভগৱানে অন্যায় কৰিছে। তেওঁ নিজৰ মূৰ্খতাত কয়। এনেকৈ কি বৰষুণ হ'ব ধৰিব? বৰষুণ নহয় সেইটোৱেই ন্যায়। যদি বাৰিষা সদায়, প্ৰত্যেক বছৰ ভাল বৰষুণ হয় তো বৰষুণৰ তাত কি লোকচান হ'ব লগা আছিল? এখন ঠাইত বৰষুণ বহুত প্ৰচণ্ডত পৰি বানপানী আনি দিয়ে আৰু অন্য ঠাইত আকাল পৰে। প্ৰকৃতিত সকলো 'ব্যৱস্থিত' কৰা আছে। আপোনাৰ লাগে নে যে প্ৰকৃতিৰ ব্যৱস্থা ভাল? প্ৰকৃতিয়ে সকলো ন্যায়ে কৰে।

## ইয়াত ন্যায় নিবিচাৰিব

ন্যায় বিচৰা বন্ধ কৰি দিয়ে তেতিয়া বুদ্ধি গুচি যাৱ। ন্যায় কি কাৰণে বিচাৰি আছে? বোৱাৰীয়ে কি কয় যে 'কিন্তু তুমি মোৰ শাহুক নাজানা, মই আহিছোঁ তেতিয়াৰ পৰা তেওঁ দুঃখ দিছে, ইয়াত মোৰ কি দোষ?'

কোনোবাই বিনা পৰিচয় দুঃখ দিব নে ? তেওঁৰ হিচাপত জমা আছে, এইকাৰণে

তোমাক বাৰ বাৰ দুঃখ দি আছে। তেতিয়া তেওঁ কয়, 'কিন্তু মই তো তেওঁৰ মুখো দেখা নাছিলোঁ। ' অৰে তুমি এই জন্মত দেখা নাই কিন্তু পূর্ব জন্মৰ হিচাপ কি কয়? 'এইকাৰণে যি হ'ল সেইটোৱেই ন্যায়!

ঘৰত ল'ৰাই দাদাগিৰী কৰে, নহয় নে ? সি দাদাগিৰী কৰে সেইটোৱেই ন্যায়! এইটো তো বুদ্ধি দেখায়, ল'ৰা হৈ পিতৃৰ সন্মুখত দাদাগিৰী কৰে? এইটো যি হ'ল সেইটোৱেই ন্যায়!

## বিকল্পোৰ অন্ত সেইটোৱেই মোক্ষমাৰ্গ

যি হ'ল সেইটোক ন্যায় ক'ব নহয়,তেন্তে নির্বিকল্প থাকিব আৰু মানুহে নির্বিকল্প হ'বৰ কাৰণে 'ন্যায়' বিচাৰি ওলাইছে। বিকল্পৰ অন্ত হয়, সেইটো ৰাস্তা মোক্ষৰ ! আমাৰ মাৰ্গ (বিতৰাগ মাৰ্গ) বিকল্পৰ সৃষ্টি নহয় এনেকুৱা হয়, নে নহয়?

বুদ্ধি যেতিয়া বিকল্প কৰাই, তেতিয়া ক'ব, যি হ'ল সেইটোৱেই ন্যায়। বুদ্ধি ন্যায় বিচাৰে যে মোতকৈ সৰু, মৰ্য্যদা নাৰাখে। মৰ্য্যদা ৰাখিলে সেইটোও ন্যায় আৰু নাৰাখিলে সেইটোও ন্যায়। যিমান বুদ্ধি নির্বিবাদ হ'ব, সিমানে নির্বিকল্প হ'ব।

ন্যায় বিচাৰি ওলায় তো বিকল্প বাঢ়িয়ে থাকিব আৰু প্ৰকৃতিৰ ন্যায় বিকল্পক আঁতৰাই নির্বিকল্প কৰি নিয়ে। যি হ'ল সেইটোৱেই ন্যায়, যি হ'ব সেইটোৱেই ন্যায়। আৰু সেইটোৰ উপৰি পাঁচজন মানুহৰ পঞ্চায়তে কয় সেইটো ন্যায়ো তেওঁৰ বিৰুদ্ধত যায়, তেতিয়া তেওঁ সেইটো ন্যায়কো নামানে অৰ্থাৎ কাৰো কথা নামানে। তেতিয়া আকৌ বিকল্প বাঢ়িয়ে যায় থাকে। সেইজন মানুহে নিজৰ ওচৰে পাঁজৰে (চাৰিওফালে) জালে বোৱাই আছে। তেওঁ একো প্ৰাপ্ত নকৰে। তেওঁ বহুত দুঃখী হ'ব। ইয়াৰ সলনি আগৰ পৰায়ে শ্ৰদ্ধা ৰাখে যে যি হ'ল সেইটোৱেই ন্যায়।

আৰু প্ৰকৃতি সদায় ন্যায়ে কৰি থাকে, নিৰন্তৰ ন্যায়ে কৰি আছে কিন্তু তেওঁ প্ৰমাণ দিব নোৱাৰে। প্ৰমাণ তো 'জ্ঞানী' দিয়ে যে ন্যায় কিদৰে হয়। কেনেকৈ হ'ল সেইটো জ্ঞানীয়ে ক'ব পাৰে। তেওঁক সন্তোষ কৰাই দিয়ে আৰু নিৰাকৰণ আনে। নির্বিকল্প হ'ব তো নিৰাকৰণ আহিব।

*****

# ভোগিছে তেওঁৰ ভুল

**প্ৰকৃতিৰ ন্যায়ালয়ত...........**

এই জগতৰ ন্যায়ধীশ তো ঠাই-ঠাই (অনেক, বেলেগ বেলেগ) আছে কিন্তু কৰ্ম জগতৰ প্ৰকৃতিৰ ন্যায়ধীশ তো এটাই হয়, 'ভোগিছে তেওঁৰ ভুল'। এই এটাই ন্যায়। এই ন্যায় দ্বাৰা জগত চলি আছে আৰু ভ্ৰান্তিৰ ন্যায় দ্বাৰা সমস্ত সংসাৰৰ সৃষ্টি হৈছে।

একক্ষণেকৰ বাবেও জগত নিয়মৰ বাহিৰত নাথাকে। যাক ইনাম (পুৰস্কাৰ) দিব লাগে, তাক ইনাম দিয়ে আৰু যাক দণ্ড দিয়া হয়, তাক দণ্ড দিয়ে। কিন্তু নিয়মৰ বাহিৰত নাযায়। সকলো নিয়মৰ অনুসৰিয়ে হয়। সম্পূৰ্ণ ন্যায়সংগতয়ে হয় কিন্তু সন্মুখৰ জনৰ দৃষ্টিত এইটো নাহে, এইকাৰণে তেওঁ বুজি নাপায়। যেতিয়া দৃষ্টি নিৰ্মল হ'ব, তেতিয়া ন্যায় দেখিব। যেতিয়ালৈ স্বাৰ্থ দৃষ্টি হ'ব, তেতিয়ালৈকে ন্যায় কেনেকৈ দেখিব?

## আপুনি কিয় ভোগিছে ?

আপুনি দুঃখ কিয় ভোগিব লগাত পৰিছে, এইটো বিচাৰি উলিওৱা ! এইটো তো আমি নিজৰে ভুলত বান্ধনত (বান্ধোন) আছোঁ। মানুহে আমাক বান্ধনগ্ৰস্ত কৰা নাই। সেইটো ভুল যেতিয়া নাথাকিব, তেতিয়া মুক্ত হৈ যাব। আৰু প্ৰকৃততে তো সকলো মুক্তয়ে হয়, কিন্তু নিজৰ ভুলৰ কাৰণে বান্ধনত বান্ধি আছে।

যেতিয়া নিজেই ন্যায়ধীশ, নিজেই গুণাহগাৰ (দোষী , অপৰাধী) আৰু নিজেই উকীল হয়, তেতিয়া ন্যায় কাৰ পক্ষত হ'ব ? নিজৰ পক্ষতে। পিচত নিজে নিজৰ পছন্দৰে ন্যায় কৰিব, নহয় নে ! এইকাৰণে নিজে নিৰন্তৰ ভুলে কৰি থাকে। এনেকৈ কৰি থকাত জীৱ বান্ধনগ্ৰস্ত হৈ থাকে। ভিতৰৰ ন্যায়াধীশে কয় যে আপোনাৰ ভুল হৈছে। পিচত ভিতৰৰে উকীল ওকালতি কৰে যে ইয়াত মোৰ কি দোষ? এনেকুৱাকৈ কৰি নিজেই বান্ধনত আহে। নিজৰ আত্মকল্যাণৰ বাবে জানি ল'ব লাগে যে , কাৰ দোষৰ কাৰণে বান্ধন হয়? ভোগিছে, তেওঁৰ ভুল। লোকভাষাত চালে তো অন্যায় দেখা পাৱ কিন্তু ভগৱানৰ ভাষাৰ ন্যায় তো এইটোৱে কয় যে, 'ভোগিছে তেওঁৰ ভুল'।

জগতৰ বাস্তৱিকতাৰ ৰহস্যজ্ঞান মানুহৰ লক্ষ্যতে নাই আৰু ইয়াৰ কাৰণে বাৰে-বাৰে ঘূৰি ফুৰিব (জন্ম-মৰণৰ চক্ৰত) লাগে। সেই 'অজ্ঞান - জ্ঞান' তো সকলোৰে জ্ঞাত (জনা)। এইটো জেপ কাটিলে , তাত দোষ কাৰ ? অন্যৰ জেপ কটা নাই আৰু তোমাৰে কিয় কাটিলে ? দুয়োৰে ভিতৰত এতিয়া কোনে ভোগিছে ? 'ভোগিছে তেওঁৰ ভুল'। এই 'দাদা' ই জ্ঞানত যেনেকুৱা হয় তেনেকুৱা দেখিছে যে ভোগিছে তেওঁৰ ভুল।

## ভোগে, নিজৰ ভুলৰ কাৰণে

যিয়ে দুঃখ ভোগে তো সেইটো তেওঁৰ ভুল আৰু সুখ ভোগে তো সেইটো তেওঁৰ ইনাম (পুৰস্কাৰ)। কিন্তু ভ্ৰান্তিৰ কানুন (নিয়ম) নিমিত্তক ধৰে। ভগৱানৰ কানুন, ৰিয়ল কানুন তো যাৰ ভুল হয়, তাকে ধৰিব। এইটো কানুন একজেক্ট আৰু তাত কোনোবাই পৰিৱৰ্তন কৰিব পাৰে এনেকুৱা নহয়। এনেকুৱা কোনো কানুন জগতত নাই যে যিয়ে কাৰোবাক 'যাতনা' (দুঃখ) দিব পাৰে।

নিজৰ কিবা ভুল হ'ব, সেইকাৰণে সন্মুখৰ জনে কৈছে, নহয় নে ? এইকাৰণে ভুল সংশোধন কৰি লোৱা। এই জগতত কোনো জীৱই কোনো জীৱক কষ্ট (দুঃখ) দিব নোৱাৰে, এনেকুৱা স্বতন্ত্ৰ আৰু যদি কোনোবাই আমাক কষ্ট দিয়ে, তো সেইটো আমাৰ আগৰ দখলৰ কাৰণে দিয়ে। ভুল সংশোধন কৰাত পুনৰ হিচাপ নাথাকিব।

জগত দুঃখ ভোগাৰ কাৰণে নহয়, সুখ ভোগাৰ কাৰণে। যাৰ যিমান হিচাপ হ'ব সিমান ভোগিব। কিছুমান মানুহে কেৱল সুখে ভোগে, এনেকুৱা কিয় ? কিছুমান মানুহে সদাই দুখে ভোগি থাকে, এনেকুৱা কিয় ? নিজে এনেকুৱা হিচাপ আনিছে এইকাৰণে।

যদি কোনো মানুহে গোটেই জীৱন এইটো সূত্ৰ যথাৰ্থতাত বুজি ব্যৱহাৰ (প্ৰয়োগ) কৰিব তেনেহ'লে তেওঁ গুৰু কৰাৰ আৱশ্যকতা নাথাকিব। এইটো সূত্ৰই তেওঁক মোক্ষত লৈ যাব এনেকুৱা।

নিজে যি দুখ ভোগিব লগা হয়, সেইটো নিজৰে দোষ, কোনো অন্যৰ দোষ নহয়। যিয়ে দুঃখ দিয়ে, তেওঁৰ ভুল নহয় (তেওঁ তো নিমিত্ত)। সংসাৰৰ কানুন (নিয়ম) অনুসৰি তো, যিয়ে দুঃখ দিয়ে তেওঁৰ ভুল আৰু ভগৱানৰ কানুন অনুসাৰে তো 'ভোগিছে তেওঁৰ ভুল'।

## ভুল কাৰ ?

কেবল মমতা আৰু জিম্মাদাৰীয়ে (দায়িত্ব, ভাৰ) নহয়, কিন্তু মুখ্য কাৰণ তেওঁৰ ভুল। মমতাৰ উপৰিও অন্যও অনেক কোজেজ (কাৰণ) থাকে, কিন্তু তুমি ভোগিছা এইকাৰণে তোমাৰ ভুল। এইকাৰণে কাৰো দোষ নুলিয়াবা, নহ'লে আগৰ জন্মৰ পুনৰ হিচাপ বান্ধিব।

এই কাৰণে মই কৈছিলোঁ নহয় যে যদি বুজি নপোৱা তেন্তে ঘৰত ইমান খিনি লিখি ৰাখিবা যে 'ভোগিছে তেওঁৰ ভুল'। আপোনাক আপোনাৰ শাহুই বহুত কষ্ট দিয়ে (বিৰক্ত কৰে), ৰাতিৰ আপোনাৰ টোপনি নাহে আৰু শাহুক চাবলৈ যাই তেন্তে তেওঁ তো শুইছে আৰু (নাকেৰে) ঘোৰ ঘোৰাই শুইছে, তেনেহ'লে আকৌ কি আপুনি বুজি নাপাৰ যে ভুল মোৰ ? শাহুই তো আৰামত শুইছে। এইকাৰণে যিয়ে ভোগিছে তেওঁৰ ভুল। আপোনাৰ কথা পছন্দ হৈছে নে নাই ? ভোগিছে তেওঁৰ ভুল, ইমান খিনিয়ে বুজি পায় (বোধত আহে) তেন্তে ঘৰত এটাও কাজিয়া নাথাকিব।

অৰ্থাৎ দুয়োৰে কানুন (নিয়ম) পৃথক। প্ৰকৃতিৰ কানুন মান্য কৰিবা তো আপোনাৰ ৰাস্তা সৰল হৈ যাৱ আৰু এই জগতৰ কানুন মান্য কৰিবা তো সমস্যাত থাকিবা।

## পৰিণাম , নিজৰ ভুলেৰে

যি কোনো সময়ত আমি যি কিবাও ভোগিব লগাত পৰে, সেইটো আমাৰে ভুলৰ পৰিণাম। আমাৰ ভুলৰ বাহিৰে আমি ভোগিব লগা নহয়। এই জগতত এনেকুৱা কোনো নাই যে যিয়ে আমাক কিঞ্চিৎ মাত্ৰও দুঃখ দিব পাৰে আৰু যদি কোনোবা দুঃখ দিওঁতা আছে তো সেইটো নিজৰে ভুল। সন্মুখৰ জনৰ দোষ নহয়, তেওঁ তো কেৱল নিমিত্ত। এইকাৰণে 'ভোগিছে তেওঁৰ ভুল'।

কোনো স্বামী আৰু স্ত্ৰী পৰস্পৰত বহুত কাজিয়া কৰে আৰু যেতিয়া দুয়ো শোৱে, পিচত আমি গোপনে (মনেমনে) চাবলৈ যাওঁ তো পত্নী গভীৰ টোপনিত শুইছে আৰু স্বামী বাৰে-বাৰে (কাতি) সলোৱাই থাকে, তো আমি বুজিব লাগে যে স্বামীৰ সমস্ত ভুল, কিয়নো পত্নী ভোগী থকা নাই। যাৰ ভুল হয়, তেওঁ ভোগে আৰু যদি স্বামী শুইছে আৰু পত্নী জাগি থাকে তো বুজিব যে পত্নীৰ ভুল। 'ভোগিছে তেওঁৰ ভুল'। এইটো তো বহুত গুহ্য সাইন্স। সমস্ত জগতে নিমিত্তকে মাৰিব দৌৰে।

## ভগৱানৰ কানুন কি ?

ভগৱানৰ কানুন তো কি কয় যে যি ক্ষেত্ৰত, যি সময়ত, যিয়ে ভোগিছে, তেওঁ নিজে গুনাহগাৰ (দোষী, অপৰাধী)। তাত কোনোৱে, কোনো উকীলকো সোধাৰ আৱশ্যক নাই। কোৰোবাৰ জেপ কটাত, কাটোতাৰ কাৰণে তো আনন্দৰ কথা হ'ব। তেওঁতো জেলেপি খাৱ, হোটেলত চাহ-পানী আৰু নাস্তা কৰি থাকিব আৰু ঠিক সেই সময়ত যাৰ জেপ কাটিছে, তেওঁ ভোগি থাকিব। এইকাৰণে ভোগি থকা জনৰ ভুল। তেওঁ আগতে কেতিয়াবা চুৰি কৰিছিল, এইকাৰণে আজি ধৰা পৰিছে (আৰু তেওঁৰ জেপ কটা গ'ল) সেইটো কাৰণত তেওঁ আজি চুৰ আৰু জেপ কাটোতা জন যেতিয়া ধৰা পৰিব, তেতিয়া চুৰ ক'ব।

সমস্ত জগত সন্মুখৰ জনৰ ভুল (দোষ) দেখে। ভোগিছে নিজে, কিন্তু দোষ সন্মুখৰ জনৰ দেখে। এনেকৈ গুনাহ উলটা দুগুন হৈ যায় আৰু ব্যৱহাৰো জটিলতা হৈ যায়। এইটো কথা বুজাত সমস্যা কম হৈ যাৱ।

এই জগতৰ নিয়ম এনেকুৱা যে যি চকুৰে দেখে, সেইটোক ভুল কয়। কিন্তু প্ৰকৃতিৰ নিয়ম এনেকুৱা যে যিয়ে ভোগিছে তেওঁৰ ভুল।

কিঞ্চিৎমাত্ৰও কাৰোবাক দুঃখ নিদিব। যদি কোনোবাই দুঃখ দিয়ে, সেইটো আমি জমা কৰি লওঁ তেনেহ'লে নিজৰ বহীখাতা সম্পূৰ্ণ পৰিশোধ হৈ যাৱ। কাৰোবাক নতুন দি ঋণ নকৰিব, নতুন ব্যাপাৰ আৰম্ভ নকৰিব আৰু পুৰণি যি আছে সেইটো সম্পন্ন কৰি লওঁক, তো পৰিশোধ হৈ যাৱ।

## উপকাৰী, কৰ্মৰ পৰা মুক্তি দিওঁতাজন

প্ৰশ্নকৰ্তা ঃ যদি এইটো থ্যোৰী বৰা-বৰ (যিমান লাগে সিমান) বুজে তো সমস্ত প্ৰশ্নৰ মনৰ সমাধান হ'ব।

দাদাশ্ৰী ঃ কাৰো দোষ নাই। দোষ উলিওৱা জনেৰে দোষ। জগতত কোনো দোষিয়ে নহয়। সকলো নিজৰ নিজৰ কৰ্মৰ উদয়ত হয়। যি ভোগি আছে, সেইটো আজিৰ গুনাহ নহয়। পূৰ্ব জন্মৰ কৰ্মৰ ফলস্বৰূপ সকলো হৈ আছে। আজি খুবকৈ তেওঁক পাশ্চাতাপ হৈ থাকে কিন্তু যি হৈ গৈছে, কোন্ট্ৰেক (চুক্তি, প্ৰতিজ্ঞা) হৈ গৈছে, তো এতিয়া কি হ'ব পাৰে? সেইটো পূৰ্ণ কৰাত বিনা অন্য কোনো উপায় নাই।

এই সংসাৰত যদি আপুনি কাৰোবাৰ ভুল বিচাৰিব খোজে, তেন্তে যিয়ে ভোগি আছে তেওঁৰ ভুল। বোৰাৰীয়ে শাহুক দুঃখ দিয়ে বা শাহুই বোৰাৰীক দুঃখ দিয়ে, তেওঁলোক দুয়োজনৰ ভিতৰত ভোগিব (কষ্ট) লগা কাৰ হৈছে ? শাহুক, তো শাহুৰ ভুল। শাহুই বোৰাৰীক দুঃখ দিয়ে, তেতিয়া বোৰাৰীয়ে ইমান খিনি বুজি ল'ব লাগে যে মোৰ ভুল। এই দাদাৰ জ্ঞানৰ আধাৰত বুজি ল'বা যে মোৰ ভুল হয়, এই কাৰণেয়ে মোক গালি দি আছে অৰ্থাৎ শাহুৰ দোষ উলিয়াব নালাগে। শাহুৰ দোষ উলিওৱাৰ কাৰণত মামলা (বিবাদ) জটিল হয়, কোমপ্লেক্স (জটিল) হৈ যায় থাকে আৰু শাহুক বোৰাৰীয়ে হাইৰাণ (উদ্বিগ্ন, বিৰক্ত) কৰে তো শাহুৱেকেও দাদাজীৰ জ্ঞান দ্বাৰা বুজি ল'ব লাগে যে যিয়ে ভোগিছে তেওঁৰ ভুল, এই হিচাপত মই পালন কৰি ল'ব লাগে।

এইকাৰণে মুক্ত হ'বলৈ খোজে তো যি কিছুও তিতা (কেঁহা) - মীঠা (গালি, অপমান আদি) আহে সেইটো জমা কৰি ল'বা, তো হিচাপ পৰিশোধ হৈ যাব। এই জগতত তো বিনা হিচাপত চকুও নপৰে, তো আকৌ বাকী সকলো কিছু (কিবা) বিনা হিচাপত হ'ব নে? আপুনি যিমান-যিমান যি কাৰোবাক দিছে, সিমান-সিমান তেওঁৰ দ্বাৰা আপুনিও ঘূৰাই পাব তেতিয়া আপুনি আনন্দমনেৰে (প্ৰসন্নতাৰে) জমা কৰি ল'ব যে হয়, এতিয়া মোৰ হিচাপ পূৰ্ণ হ'ব। নহ'লে আকৌ ভুল কৰিব তো পুনৰাই ভোগিবই লাগিব।

## বুজা কঠিন কিন্তু বাস্তৱিক

যেতিয়া কোনো সময়ত ঘৰত গিলাচ ফুটি যায়, সেই সময়ত ল'ৰা-ছোৱালীয়ে মুখামুখিকৈ চাই কৈ দিয়ে যে 'মা, তোমাৰ ভুল।' ল'ৰা-ছোৱালীও বুজি পায়, হয়। মাকক কয়, 'তোমাৰ মুখ ওলমি আছে, এইটো তোমাৰ ভুল।' কঢ়ীত (বেচন গাঢ় কৰি তৈয়াৰ কৰা আঞ্জা) নিমখ বেছি হৈ গ'ল, তেতিয়া আমি চাব লাগে যে কাৰ মুখ বিকৃত (খং উঠা) হৈছে? হয়, তেওঁৰ ভুল। দালি পৰি যায় তেনেহ'লে চাই ল'ব, কোনে মুখ বিকৃত কৰিছে? হয়, যিয়ে বিকৃত কৰিছে তেওঁৰ ভুল। তৰকাৰীত জলা বেছি হৈ গ'ল তেতিয়া আমি সকলোৰে মুখ চাওঁ যে কোনে মুখ বিকৃত কৰিছে? যিয়ে বিকৃত কৰিছে তেওঁৰ ভুল এইটো। ভুল কাৰ? 'ভোগিছে তেওঁৰ ভুল।'

নিজৰে ভুলৰ মাৰ পৰি আছে। পাথৰ দলিয়াইছে তেওঁৰ ভুল নহয়, যাৰ পাথৰ লাগিল তেওঁৰ ভুল। আপোনাৰ ওচৰে - পাজৰৰ লৰা - ছোৱালীৰ কেনেকুৱাও ভুল বা দুষ্কৃতি হয়, কিন্তু তাৰ প্ৰভাৱ আপোনাৰ ওপৰত নপৰে তেনেহ'লে আপোনাৰ ভুল নহয়; আৰু যদি প্ৰভাৱ পৰে তো সেইটো আপোনাৰ ভুল, এনেকৈ নিশ্চিত ৰূপত বুজি লওঁক।

## এইদৰে পৃথকীকৰণ তো কৰক

ভুল কাৰ? তেতিয়া কওঁ যে কোনে ভোগিছে, ইয়াৰ অনুসন্ধান কৰক। চাকৰৰ হাতেদি দহটা গিলাচ ভাঙি যায় তো তাৰ প্ৰভাৱ ঘৰৰ মানুহৰ ওপৰত পৰিব নে নপৰিব ? এতিয়া ঘৰৰ মানুহৰ ভিতৰত ল'ৰা-ছোৱালীৰ তো কিছু ভোগিব লগা নহয় কিন্তু সিহঁতৰ মাক-পিতাকে আকুল (দুঃখিত, কাতৰ) হৈ থাকে। তাৰ ভিতৰতো মায়েকে অলপ দেৰী পিচত আৰামত শুই যাব কিন্তু পিতাকে গণনা কৰি থাকিব ,যে পঞ্চাশ টকাৰ লোকচান হ'ল । তেওঁ অধিক এলাৰ্ট, এই কাৰণে বেছি ভোগিব। অৰ্থাৎ 'ভোগিছে তেওঁৰ ভুল।' যদি কোনোবাই ইমান খিনি পৃথকীকৰণ কৰি কৰি আগ বাঢ়ে তেন্তে বিনা বাধাই মোক্ষত যাব।

প্ৰশ্নকৰ্তা ঃ কিছুমান মানুহ এনেকুৱা আছে যে আমি লাগে কিমানো ভাল ব্যৱহাৰ কৰোঁ তেতিয়াও সিহঁতে নুবুজে ।

দাদাশ্ৰী ঃ সিহঁতে নুবুজে তো সেইটো নিজৰে ভুলৰ পৰিমাণ। এইটো যিয়ে অন্য মানুহৰ ভুল দেখে, সেইটো তো সম্পূৰ্ণ ভুল। নিজৰ ভুলৰ কাৰণতে এনেকুৱা নিমিত্ত মিলায়। কিন্তু এইটো তো জীৱিত নিমিত্ত মিলাত তাক মাৰিব দৌৰে আৰু যদি কাঁইটে বিন্ধে তেতিয়া কি কৰিব ? চৌৰাস্তাত (চৌপথ) কাঁইট পৰি আছে, হাজাৰ মানুহ ওলাই যায় কিন্তু কোনোকে নিবিন্ধিলে কিন্তু 'আপুনি' ওলাই আৰু কাঁইট আপোনাৰ ভৰিত সোমাই যায়। 'ব্যৱস্থিত' (সাইন্টিফিক সৰকমস্টেঞ্চিয়েল এৱিডন্স) তো কেনেকুৱা ? যাৰ কাঁইটে বিন্ধিব লগা আছে তেওঁক বিন্ধিব। সকলো সংযোগ একত্ৰ কৰি দিব, কিন্তু তাত নিমিত্তৰ কি দোষ?

# ভুলৰ বিষয়ত দাদাজীৰ বোধ

'ভোগিছে তেওঁৰ ভুল' এইটো সুত্ৰ মোক্ষত লৈ যাব। কোনোবাই সোধে যে মই নিজৰ ভুল কেনেকৈ বিচাৰো? তেতিয়া মই তেওঁক শিকোৱাম যে তোমাৰ ক'ত-ক'ত ভোগিব লগাত পৰিছে? সেইটো তোমাৰ ভুল। তোমাৰ কি ভুল হৈছিল যে এনেকৈ ভোগিব লগাত পৰিছে? এইটো বিচাৰি উলিয়াবা। এতিয়াতো গোটেই দিন ভোগিব লগাত পৰিছে, এইকাৰণে বিচাৰি উলিয়াব লাগে যে কি কি ভুল হৈছে!

## আচলতে ভুল ক'ত ?

ভুল কাৰ ? ভোগিছে তেওঁৰ ! ভুল কি ? তেতিয়া কওঁ যে 'মই চন্দুলাল হওঁ' এইটো মান্যতায়ে আপোনাৰ ভুল। কিয়নো এই জগতত কোনো দোষীয়ে নহয়। এই কাৰণে কোনো গুণাহগাৰো (দোষী, অপৰাধী) নহয়, এনেকৈ প্ৰমাণসিদ্ধ হয়।

দুঃখ দিওঁতাজনতো নিমিত্ত মাত্ৰ কিন্তু প্ৰকৃততে ভুল নিজৰে। যিয়ে উপকাৰ কৰে তেওঁও নিমিত্ত আৰু যিয়ে লোকচান (খতি, হানি) কৰে তেওঁও নিমিত্তয়ে কিন্তু সেইটো নিজৰে হিচাপ, এইকাৰণে এনেকুৱা হয়।

'জ্ঞানী পুৰুষ' ৰ এটায়ে শব্দ যদি বুজি পায় আৰু গ্ৰহণ কৰি লয় তো মোক্ষতে যাব। কাৰ শব্দ ? জ্ঞানী পুৰুষৰ ! তাৰ দ্বাৰা কোনেৰে কাৰো পৰামৰ্শয়ে (দিহা) ল'ব লগাত নপৰিব যে ইয়াত কাৰ ভুল ? 'ভোগিছে তেওঁৰ ভুল'।

য'ত এনেকুৱা স্পষ্ট, নিৰ্মল ন্যায় আপোনাক দেখুৱাই দিয়ে, তাত ন্যায়-অন্যায়ৰ বিভাজন কৰিব লগা ক'ত থাকে ? এইটো বহুতে গহন কথা। সমগ্ৰ শাস্ত্ৰৰ সাৰ (মৰ্ম, তত্ব) কৈছোঁ। এইটো তো 'তাৰ' জজমেন্ট (ন্যায়) কেনেকৈ হৈ আছে সেইটো একজেক্ট কৈছোঁ যে, 'ভোগিছে তেওঁৰ ভুল'। 'ভোগিছে তেওঁৰ ভুল' এইটো সূত্ৰ সম্পূৰ্ণ ৰূপে একজেক্ট ওলাইছে মোৰ দ্বাৰা! সেইটোৰ যোনেও ব্যৱহাৰ (প্ৰয়োগ) কৰিব, তেওঁৰ কল্যাণ হৈ যাব।

**জয় সচ্চিদানন্দ**

*****

## জ্ঞানবিধি কি ?

- এইটো ভেদজ্ঞানৰ প্ৰয়োগ, যি প্ৰশ্নোত্তৰী সৎসঙ্গৰ পৰা ভিন্ন।
- **১৯৫৮** ত পৰম পূজ্য দাদা ভগৱানৰ যি আত্মজ্ঞান প্ৰকট হৈছিল, সেই জ্ঞান আজিও তেওঁৰ কৃপাত তথা পূজ্য নীৰু মাঁৰ আশীৰ্বাদত পূজ্য দীপকভাইৰ মাধ্যমত প্ৰাপ্ত হয়।

## জ্ঞান কিয় ল'ব লাগে ?

- জন্ম-মৰণৰ চক্ৰৰ পৰা মুক্ত হ'বৰ কাৰণে।
- নিজৰ আত্মা জাগৃত কৰাৰ কাৰণে।
- পাৰিবাৰিক সম্বন্ধ আৰু কাম-কাজত সুখ-শান্তি অনুভৱ কৰাৰ কাৰণে।

## জ্ঞানবিধিত কি প্ৰাপ্ত হয় ?

- আত্মজাগৃতি উৎপন্ন হয়।
- সঠিক বোধ দ্বাৰা জীৱন-ব্যৱহাৰ পূৰ্ণ কৰাৰ চাবি প্ৰাপ্ত হয়।
- অনন্ত কালৰ পাপ ভস্মীভূত হৈ যায়।
- অজ্ঞান মান্যতাবোৰ দূৰ হয়।
- জ্ঞান জাগৃতিত থাকিলে নতুন কৰ্ম নাবান্ধে আৰু পুৰণা কৰ্ম নিৰ্জৰা হৈ যায়।

## আত্মজ্ঞান প্ৰাপ্তিৰ কাৰণে প্ৰত্যক্ষ অহা অৱশ্যক নে ?

- আত্মজ্ঞান জ্ঞানীৰ কৃপা আৰু আশীৰ্বাদৰ ফল। ইয়াৰ কাৰণে প্ৰত্যক্ষ অহা আৱশ্যক।
- পূজ্য নীৰু মাঁ আৰু পূজ্য দীপকভাইৰ টি.ভি. বা ভি.সি.ডি. সৎসঙ্গ কাৰ্য্যক্ৰম আৰু দাদাজীৰ কিতাপবোৰ জ্ঞানৰ পটভূমি তৈয়াৰ কৰিব পাৰে, কিন্তু আত্মসাক্ষাৎকাৰ কৰাৱ নোৱাৰে।
- অন্য সাধন (সামগ্ৰী,উপকৰণ) দ্বাৰা শান্তি অৱশ্যই প্ৰাপ্ত হয় কিন্তু যি ধৰণে কিতাপত চিত্ৰিত চাকি পোহৰ দিব নোৱাৰে, কিন্তু প্ৰত্যক্ষ প্ৰজ্বলিত চাকিয়েহে পোহৰ দিব পাৰে। তেনেকৈ আত্মা জাগৃত কৰাৰ কাৰণে তো স্বয়ং আহি জ্ঞান প্ৰাপ্ত কৰিব লগা হয়।
- **জ্ঞান প্ৰাপ্তিৰ কাৰণে ধৰ্ম বা গুৰু পৰিবৰ্তন কৰিব নালাগে।**
- **জ্ঞান অমূল্য, অতঃ তাক প্ৰাপ্ত কৰাৰ কাৰণে কোনো মূল্য দিব নালাগে।**

# दादा भगवान फाउन्डेशन के द्वारा प्रकाशित पुस्तकें

१. ज्ञानी पुरुष की पहचान
२. सर्व दु:खों से मुक्ति
३. कर्म का सिद्धांत
४. आत्मबोध
५. मैं कौन हूँ ?
६. वर्तमान तीर्थकर श्री सीमंधर स्वामी
७. भुगते उसी की भूल
८. एडजस्ट एवरीव्हेयर
९. टकराव टालिए
१०. हुआ सो न्याय
११. चिंता
१२. क्रोध
१३. प्रतिक्रमण
१४. दादा भगवान कौन ?
१५. पैसों का व्यवहार
१६. अंत:करण का स्वरूप
१७. जगत कर्ता कौन ?
१८. त्रिमंत्र
१९. भावना से सुधरे जन्मोंजन्म
२०. माता-पिता और बच्चों का व्यवहार
२१. प्रेम
२२. समझ से प्राप्त ब्रह्मचर्य (सं.)
२३. दान
२४. मानव धर्म
२५. सेवा-परोपकार
२६. मृत्यु समय, पहले और पश्चात
२७. निजदोष दर्शन से... निर्दोष
२८. पति-पत्नी का दिव्य व्यवहार
२९. क्लेश रहित जीवन
३०. गुरु-शिष्य
३१. अहिंसा
३२. सत्य-असत्य के रहस्य
३३. चमत्कार
३४. पाप-पुण्य
३५. वाणी, व्यवहार में...
३६. कर्म का विज्ञान
३७. आप्तवाणी - १
३८. आप्तवाणी - २
३९. आप्तवाणी - ३
४०. आप्तवाणी - ४
४१. आप्तवाणी - ५
४२. आप्तवाणी - ६
४३. आप्तवाणी - ७
४४. आप्तवाणी - ८
४५. आप्तवाणी - ९
४६. आप्तवाणी - १३ (पूर्वार्ध)
४७. समझ से प्राप्त ब्रह्मचर्य (पूर्वार्ध)
४८. समझ से प्राप्त ब्रह्मचर्य (उत्तरार्ध)

★ **दादा भगवान फाउन्डेशन के द्वारा गुजराती भाषा में भी ५५ पुस्तकें प्रकाशित हुई है। वेबसाइट www.dadabhagwan.org पर से भी आप ये सभी पुस्तकें प्राप्त कर सकते हैं।**

★ **दादा भगवान फाउन्डेशन के द्वारा हर महीने हिन्दी, गुजराती तथा अंग्रेजी भाषा में ''दादावाणी'' मैगेज़ीन प्रकाशित होता है।**

মূল দীপকৰপৰা প্ৰকট হয় দীপমালা।

## 'জ্ঞানবিধি'

### আত্মসাক্ষাৎকাৰ পোৱাৰ কাৰণে ভেদজ্ঞানৰ প্ৰয়োগ

জ্ঞানবিধি, অনন্ত জন্মৰ পৰা নিজৰ নিজ স্বৰূপৰ, আত্মস্বৰূপৰ অনুভূতিৰ কাৰণে তৃষ্ণাতুৰ মুমুক্ষুসকলৰ কাৰণে জ্ঞানী পুৰুষ পৰম পূজ্য দাদা ভগৱানৰ অক্ৰম বিজ্ঞানৰ মাধ্যম দ্বাৰা আত্মসাক্ষাৎকাৰ পোৱাৰ কাৰণে দিয়া অমূল্য উপহাৰ। জ্ঞানবিধি, মই (আত্মা) আৰু মোৰ (মন-বচন-কায়া) ৰ মাজত ভেদৰেখা কৰা, জ্ঞানীপুৰুষৰ বিশেষ আধ্যাত্মিক সিদ্ধিৰ দ্বাৰা হোৱা জ্ঞান প্ৰয়োগ। এই আত্মজ্ঞান দ্বাৰা শাশ্বত আনন্দৰ প্ৰাপ্তি হয় আৰু চিন্তাবোৰৰ পৰা মুক্তি হ'বলৈ ধৰে। সাংসাৰিক সম্বন্ধ শান্তিময় হ'বলৈ ধৰে আৰু ব্যৱহাৰিক সমস্যাবোৰৰ সমাধান প্ৰাপ্ত কৰাত উপযোগী সিদ্ধ হয়।

ISBN 978-93-86321-57-2

9 789386 321572

Printed in India

Price ₹ 10